# পাতনি।

এই নাটৰ সম্পৰ্কে ইয়াকে কব লগীয়া যে মোৰ আদৰৰ বন্ধু শ্ৰীযুক্ত হেমচন্দ্ৰ গোসাঁঞীৰ "শৰাইঘাটৰ যুদ্ধ" (উষা নামে মাহেকীয়া কাকতত ওলোৱা) প্ৰবন্ধৰপৰা ইয়াৰ ঘাই সজুলি লোৱা হৈছে। অনেক ঠাইত সেই প্ৰবন্ধৰপৰা শাৰীয়ে শাৰীয়ে কথা এই কিতাপত ব্যৱহাৰ কৰা হৈছে। এই কাৰ্য্যত গোসাঞী দেৱে অনুমতি দি, এই কিতাপ ৰচনাত মোক সহায় কৰা বাবে মই তেওঁৰ ওচৰত কৃতজ্ঞ আৰু ধৰুৱা। মিষ্টৰ গেইটৰ ইংৰাজী আসাম বুৰঞ্জীৰপৰাও কিছু সহায় পাইছোঁ, সেই বাবে মিষ্টৰ গেইটৰ ওচৰতো মই ধৰুৱা। মোমাই তামুলী বৰবৰুৱাৰ জীৱনৰ কথা যি ইয়াত আছে তাক মই মোৰ শ্ৰদ্ধাস্পদ বন্ধু বিজবৰ শ্ৰীযুক্ত উপেন্দ্ৰনাথ বৰুৱা দেওৰ কিতাপৰপৰা লৈছোঁ, সেইবাবে বৰুৱা দেওৰ ওচৰত মই কৃতজ্ঞতা স্বীকাৰ কৰি ধৰুৱা হৈ ৰলোঁ। এই কিতাপ ৰচনা কৰাৰ মোৰ ঘাই উদ্দেশ্য - আসামৰ অতীত গৌৰৱ-কাহিনী নাটৰ আকাৰেৰে আজিকালিৰ অসমীয়াৰ আগত প্ৰচাৰ কৰাটো হে, নাট লেখি যহ আৰ্জিবলৈ যোৱাটো নহয়। কিন্তু লগতে যদি যহ উপাৰ্জ্জন হয় হওক, নহয় নাই।

আৰু একাষাৰ কথা কব লগীয়া এই আছে যে শ্ৰীযুত গোসাঞী ৰ মতে ১৫৯০ শকৰ কাতি মাহত এই যুদ্ধ শেষ হয়। চক্ৰধ্বজ

ৰজাৰ মৃত্যু আৰু উদয়াদিত্য ৰজাৰ ৰাজপাটত উঠাৰ আৰম্ভ হয় ১৫৭০ খৃষ্টাব্দত অৰ্থাৎ ১৪৯২ শকত। তেনেহলে চক্ৰধ্বজৰ দিনতে এই যুদ্ধ যেনেকৈ আৰম্ভ হয় তেনেকৈ শেষো হয়। সেইটোৰ পৰবৰ্ত্তীয়ে আৰু আন কোনো কোনো লেখকে উদয়াদিত্যৰ দিনতহে এই যুদ্ধ শেষ হোৱা বুলি কয়। মোৰ হাতত আন বিশেষ সঁজুলিৰ অভাৱত মই কোনটো ঠিক, কোনটো "বেঠিক" তাৰ বিচাৰিলে নাপাই, গোসাঁঞী দেৱৰ মতকে অনুসৰণ কৰিলোঁ।

শেহত আৰু একামাৰ কথা কওঁ যে, মহাকবি চেক্সপিয়েৰৰ প্ৰিন্স হেনৰি (Hal), ফলষ্টাফ (Falstaff) আৰু তেওঁ-লোকৰ লগৰীয়াসকলৰ চৰিত্ৰৰ ছানেকীৰ কিছু দূৰ অনুসৰণ কৰি, এই নাটৰ প্ৰিয়ৰাম আৰু গজপুৰীয়া প্ৰভৃতিৰ চৰিত্ৰ গঠন কৰা হৈছে। মহাকবিৰ পদাঙ্ক অনুসৰণ কৰি তেওঁৰ আশীৰ্ব্বাদৰ কণা মাত্ৰ লাভৰ ভিকহু হোৱা হে লেখকৰ মনস্কামনা।

শিবপুৰ, হাওড়া;<br>ভাদ্ৰ ১৮৩৭ শক। — গ্ৰন্থকাৰ।

# নাটত থকা ভাৱৰীয়া ভাৱৰীয়ানী ।

## ভাৱৰীয়া ।

| | |
|---|---|
| চক্ৰধ্বজসিংহ । চাৰিংডীয়া ৰজা | আসামৰ ৰজা । |
| আওৰংজীব | দিল্লীৰ সম্ৰাট । |
| ৰামসিংহ | অম্বৰাধিপতি । |
| সিংহগৰীয়া বুঢ়াগোহাঁই<br>গুইমেলা বৰগোহাঁই<br>বৰপাত্ৰগোহাঁই | ৰাজমন্ত্ৰীসকল । |
| বৰভঁৰালী বৰুৱা | ৰাজভঁৰালৰ অধ্যক্ষ । |
| লাচিত বৰফুকন | প্ৰথমতে ডুবলীয়া ফুকন; তাৰ পিছত প্ৰধান সেনাপতি আৰু ৰাজপ্ৰতিনিধি । |
| প্ৰিয়ৰাম ডেকাফুকন | লাচিত বৰফুকনৰ পুত্ৰ । |
| গজপুৰীয়া, সিদ্ধিৰাম,<br>ৰূপৰা টকৌ, টৌকোৰা, | প্ৰিয়ৰামৰ খেমালিৰ লগৰীয়া ইতৰ মানুহ । |
| শদিয়াখোৱা গোহাঁই | লাচিত বৰফুকনৰ জীয়েক চোনেহাঁৰ ভবিষ্যত স্বামী । |
| ভকতৰাম ওজা | ৰজাঘৰীয়া বিয়াহ-গোৱা ওজা, গায়ন আৰু কবি । |
| বিক্ৰম কাকতি | ৰজাৰ বৰকাকতী । |
| ৰামসিংহ | আওৰংজেবৰ বাদশ্বাহৰ সেনাপতি । |
| ৰচিতখাঁ | গুৱাহাটীৰ পুৰণি থানাদাৰ । |

| | | | |
|---|---|---|---|
| ফিদ্দকুৰ্খা | ... | „ | নতুন থানাদাৰ। |
| বাইৰামদেৱ, নচৰৎখাঁ, চৰিপৰ্খা, কিৰাতসিংহ বৰ্ত্তিয়া। | | | ৰামসিংহৰ তলতীয়া সেনাপতি। |
| পণ্ডিত ৰায় | ... | ... | ৰামসিংহৰ কটকী। |
| মাধৱচৰণ, | ... | ... | লাচিত বৰফুকনৰ কটকী। |

উজিৰ, কোটোৱাল, সেনা, দূত ইত্যাদি।

## তিৰোতাসকল।

লাচিত বৰফুকনৰ ভাৰ্য্যা।

| | | | |
|---|---|---|---|
| চেনেহী | .. | লাচিত বৰফুকনৰ কন্যা, বয়স ষোল বছৰ। | |
| ৰূপহী | .. | „ | বয়স চৈধ্য বছৰ। |
| লিগিৰী | . | ... | বৰফুকনৰ দাসী। |
| গজপুৰীয়ানী | . . | . . | গজপুৰীয়াৰ ঘৈণীয়েক। |



# চক্ৰধ্বজ সিংহ।

## প্ৰথম অঙ্ক।

### প্ৰথম দৰ্শন।

স্থান—বজাৰ ৰৰ-চৰা।

কাল—আবেলি।

চক্ৰধ্বজ সিংহ সৰ্গদেও, বাঁহগৰীয়া বুঢ়াগোহাঁই, গুইমেলা বৰ-গোহাঁই, বৰপাত্ৰগোহাঁই, আৰু সভাসদসকল।

চক্ৰধ্বজ সিংহ। মই সেইবোৰ বুজিছোঁ বুঢ়াগোহাঁই ভাঙ-ৰীয়া; কিন্তু মোক কওকচোন, চামধৰা আৰু পোতাকলঙৰ কোঁঠ ছুটা ভালকৈ "মেৰামত" হবলৈ আৰু কিমান বাকী?

বুঢ়াগোহাঁই। দিনে ৰাতিয়ে কাম কৰিবলৈ মানুহ লগাই দিয়া হৈছে সৰ্গদেও। আৰু আঠ-দহ দিন মানৰ মূৰত শেষ হবৰ সম্ভৱ।

চন্দ্ৰধ্বজ। সম্ভৰৰ ওপৰত নাথাকিব, সম্ভৰে আমাৰ গা সুজুৰায়। আৰু খৰ খৰকৈ কাম কৰিবলৈ সৰহকৈ মাহুত লগাই দিয়ক। আজি পুৱা মই আমাৰ হাঁতীবোৰৰ আথৰা চাবলৈ গৈছিলোঁ। তালৈমানে এতিয়াও ভালকৈ হিলৈ মাৰিব জনা নাই। সিহঁতক মই নিজে ডুপৰলৈকে আগত থাকি অনেক শিকাই দিলোঁ। দিনে-ৰাতিয়ে ভালকৈ অভ্যাস কৰিলে আৰু আথৰা দি থাকিলে সিহঁত সেই কামত শীঘ্ৰে নিপুণ হব; কাৰণ মই যিকেইটা কথা শিকালোঁ, সিহঁতে টপ্ টপ্ কৰে শিকি পেলালে। মনুহবোৰ চতুৰ; সোনকালে সিহঁতে শিকিব পাৰিব। কাইলৈ আকৌ গৈ মই সিহঁতৰ আথৰা চাম বুলি সিহঁতক কৈ আহিছোঁ।

( ডুৱৰীৰ প্ৰবেশ। )

ডুৱৰী। ( আঠু লৈ, সেৱা কৰি ) সৰ্গদেও-ঈশ্বৰ, কলীয়াবৰৰ ফুকন আৰু বাৰ্ফুকনৰ ওচৰৰপৰা কটকী আহি ডুৱাৰত আছে।

চন্দ্ৰধ্বজ। ভিতৰলৈ আহিবলৈ দে।

[ ডুৱৰীৰ প্ৰস্থান।

( কটকীৰ প্ৰবেশ। )

কটকী। ( আঠুকাঢ়ি সেৱা কৰি ) সৰ্গদেও, কলীয়াবৰৰ ফুকন আৰু বাৰ্ফুকনে সৰ্গদেৱলৈ সেৱা জনাই কৈছে বোলে, মছলমানৰ বৰ কথা আৰু বেয়া ব্যৱহাৰ দিনে দিনে সহিব নোৱৰা হৈ উঠিছে। এতেকে সৰ্গদেৱে যি ভাল বুজে সোনকালে এটা

কৰক। ইয়াৰ এটা প্ৰতিবিধান সোনকালে নকৰিলে আমি সকলোবোৰ মছলমানৰ উপলুৱাৰ হে পাত্ৰ হমইক।

চক্ৰধ্বজ। বুজিছোঁ।—( অলপ পৰ ভাবি থাকি ) বাক তই উভতি যা গৈ। ফুকন আৰু ৰাজখোৱাক কবি, যে ইয়াৰ প্ৰতি-কাৰ নিশ্চয় সোনকালে কৰা হব।

[ কটকীৰ প্ৰস্থান।

( দুৱৰীৰ প্ৰবেশ। )

দুৱৰী। ( সেৱা কৰি, আঠু লৈ ) সৰ্গদেও-ঈশ্বৰ, মছলমান পাটচাৰ গুৱাহাটীৰ পানাদাৰ সিকন্দৰ্গাই সৰ্গদেৱৰ ওচৰলৈ কটকী পঠিয়াইছে। দুৱাৰতে আছে।

চক্ৰধ্বজ। তই মছলমানৰ কটকীক ক গৈ,—তেওঁ আমাৰ দেশৰ যেনে দস্তুৰ, সেই মতে আঠু লৈ সেৱা কৰি আহিলেহে আমাৰ আগলৈ আহিব পাৰিব। নহলে, আমাৰে সৈতে সাক্ষাৎ নহয়।

দুৱৰী। যি আদেশ সৰ্গদেও।

[ দুৱৰীৰ প্ৰস্থান।

( দুৱৰীৰ পুনৰ প্ৰবেশ )

দুৱৰী। ( আঠু লৈ ) সৰ্গদেও ঈশ্বৰ, মছলমানৰ কটকীয়ে আমাৰ দেশৰ দস্তুৰ মতে আঠু লৈ সেৱা কৰি সৰ্গদেৱৰ আগ হব নোখোজে। বোলে "মই দিল্লীৰ পাটচাৰ পানাদাৰৰ দূত, কোনো সৰু মানুহ নহওঁ যে সেইদৰে যাম। মই আমাৰ দেশৰ দস্তুৰ মতেহে চলিম, এই দেশৰ দস্তুৰ মই ছুঁ নাপাওঁ"

চন্দ্ৰধ্বজ। তেন্তে তুই দূতক ক-গৈ,—আমাৰ দেশৰ দস্তুৰ মতে মচলমান মানুহে আমাৰ দেখা নেপায়। তেওঁ আমাৰ দেশৰ দস্তুৰ নেজানে যদি শিকি লৈ আহিব পাৰে।

[ দুৰ্বাৰ প্ৰস্থান।

( দুৰ্বাৰ পুনৰ প্ৰৱেশ। )

দুৰ্বা। ( আঠু লৈ ) স্বৰ্গদেও-ঈশ্বৰ, মচলমানৰ কটকীয়ে প্ৰথমতে অলপ অহঙ্কাৰ অহঙ্কাৰ কৈ কথা কৈ, শেহত দেখোন, আমাৰ দেশৰ দস্তুৰ মতেই আঠু লৈ সেৱা কৰি স্বৰ্গদেৱৰ ওচৰলৈ আহিবলৈ মান্তি হৈছে।

চন্দ্ৰধ্বজ। তেনেহলে আহিব পাৰে।

[ দুৰ্বাৰ প্ৰস্থান।

( মচলমানৰ দূতৰ প্ৰৱেশ। )

মাটিত আঠু লৈ সেৱা কৰি কৰি, ৰজাৰ আগলৈ আহি দূতই এখন
চিঠি এখন অনুবতাই ৰজাৰ কাষে দিয়ে।

চন্দ্ৰধ্বজ। ( চিঠিখন পঢ়ি থৈ তাই ) দূত, তোমাৰ মালিক সুবাদাৰৰ নতুন থানাদাৰ সিকন্দৰ মিঞা চাহাবক কবা, যে টান টান কথা ব্যৱহাৰ কৰি আসাম দেশৰ ৰজালৈ চিঠি লেখাটো ভাল মানুহৰ চিন নহয়। তেওঁ ন-কৈ তেওঁৰ পাটচাৰ মলুকৰপৰা যদি এনে "ভদ্ৰ ব্যৱহাৰ" শিকি আহিছে, তেন্তে কবা যে সেই ব্যৱহাৰ আমাৰ দেশত নাখাটে। অৱশ্যে এইটো আমি বুজিছো যে তেওঁ কিছু দিন আমাৰ দেশত থাকি পুৰণি হৈ, আমাৰ ভা

আছে, তাকো সুবিধামতে দিবলৈ আমি যে সাজু নহওঁ এনে নহয়। সম্প্ৰতি দেশত ডাঙৰ আকাল হৈ যোৱা বাবে ভঁৰালত ধন কম আছে; লাহে লাহে দেশৰ অৱস্থা ভাল হলে, আৰু ভঁৰালত যথোচিত ধন সোণ গোট খালে, বাকীখিনিও পৰি নেথাকে। আৰু হাতী পঠিয়াবলৈ যে লেখিছে, এতিয়া আমাৰ যি হাতী ধৰা আছে, সেইবোৰক ভালকৈ শিকোৱা হোৱা নাই; গতিকে সেইবোৰ পঠাবৰ অযোগ্য। পঠালেই পাটচাই কব "কণা কুকুৰাক পতান খান দি ভাবিছে" বুলি। পিছত ভালকৈ শিকাইমেলি হাতী পঠিয়াবলৈ কাল যোৱা নাই। আমাৰ দেশৰ অৱস্থা আগৰ খান্দাৰ বচিত পাই ভালকৈ জানিছিল, সেইদেখি তেওঁ কিকৰ্থা মিঞা চাহানৰ নিচিনা বিভত আৰু অবিবেচক হোৱাও নাছিল।

দূত। স্বৰ্গদেও, আমাৰ পাওনা টকা আৰু হাতী দিব লাগে দেখি সধা হৈছে। দিব খুজিছিলে নিদিওঁ বুলি কব লাগে। তাকে বুলি নহৈ ইমানবোৰ ঘুৰোৱা পকোৱা কথা কবৰ আৱশ্যক কি?

বুঢ়াগোহাঁই। মনে মনে থাকা, মনে মনে থাকা, এইখন তোমাৰ পাটচাৰ মলুক নহয় জানিবা।

দূত। আউৰংজীৱ বাদসাহৰ দূতে আসামত মনে মনে থাকি লোকৰ কথা শুনি যাবলৈ অহা নাই।

বৰপাত্ৰগোহাঁই। চুপ! চুপ! বৰ গপ-গপকৈ কথাবোৰ কৈছা দেখোন? তুমি কাৰ আগত এনেকৈ কথা কৈছা জানিছা নে?

দূত। জানিছোঁ ; এনে দেশৰ ৰজাৰ আগত কৈছোঁ, যাৰ ৰজাই দিব লগীয়া টকাও নিদিয়ে আৰু মুখৰ "জবানও" ঠিক নেৰাখে !

বৰপাত্ৰগোহাঁই। তেৰ কোনো নাইনৈ ইয়াত, ইয়াক ধৰি এসেকা দিবলৈ ? ইয়াৰ দেখোন বৰ গপ-গপ কথা !

বুঢ়াগোহাঁই। (বৰপাত্ৰক) হৈছে, হৈছে, আৰু একো কব নেলাগে। দূত অবধ্য, অদণ্ডনীয়। (দূতক) তুমি তো সৰ্গদেৱৰ উত্তৰ পালা ; এতিয়া যোৱাগৈ। ইয়াৰ পিছত আমি আৰু ভাবি চিন্তি আমাৰ কাগৰপৰা সাৰ্‌শেষ তোমাৰ মালিকলৈ লেখি পঠিয়াম।

দূত। বেচ কথা। বন্দেগী তোমাৰ। বন্দেগী সৰ্গদেৱ !

[দূতৰ প্ৰস্থান।

বৰগোহাঁই। সৰ্গদেও, কাযটো বৰ ভাল হল যেন মোৰ মনে নধৰিলে। ইয়াৰ ফল আকৌ যুদ্ধ।

চক্ৰধ্বজ। জানি কি ?

বৰগোহাঁই। জানি বিস্তৰ সৰ্গদেও। মচলমানৰে সৈতে আগৰ এন যুদ্ধতে আমাৰ দেশৰ ককাল পৰিল বুলিব লাগে। "ভুতৰ ওপৰতে দানহ"—তাৰে উপৰি গত কেবছৰ বৰ আকাল। দেশত হাহাকাৰ এতিয়াও ভালকৈ গুচা নাই। এনে স্থলত আকৌ এখন ডাঙৰ যুদ্ধ মচলমানৰে সৈতে হবি লব লাগিলে আমাৰ কপালে ভাগৰ পালি হৈছে আৰু।

বৰপাত্ৰগোহাঁই। হওঁতে হয় স্বৰ্গদেও, বৰগোহাঁই ডাঙৰীয়াৰ কথা একেবাৰেই দলিয়াই পেলাব নোৱাৰি; আমাৰ এনে ককাল-ভগা অৱস্থাত আকৌ ন-কৈ যুদ্ধ এখন পাতি লোৱাটো সুবিধাজনক কত হব হবলা।

বৰগোহাঁই। মোৰ মনেৰে স্বৰ্গদেও, এতিয়া আমাৰ যুদ্ধৰ সময় নহয়। মছলমানক চেচনি-বুজনি দি এতিয়া চেচা কৰাটো হে যুক্তিসিদ্ধ; হাল দি উত্তলোৱাটো ঠিক নহয়।

চক্ৰধ্বজ। বৰগোহাঁই ডাঙৰীয়া, মছলমানক চেচনি-বুজনি দি চেচা কৰা মানে, মছলমানৰ আগত গলবন্ধ হৈ আমাৰ গোটেই দেশখন তেওঁলোকক দান কৰা; আৰু তেওঁলোকক পূজি পাৰিলে, কৰতলীয়া হৈ কোনোমতে ৰজা নামটো লৈ পেট প্ৰবঞ্চাই থকা। ডাঙৰীয়াসকল, এনে কাম, মই [illegible] জীয়াই থাকোঁতে কৰিব নোৱাৰোঁ। চক্ৰধ্বজ সিংহৰ শৰীৰত পুনপাই-পুনলুঙৰ এটোপা তেজও থাকে মানে চক্ৰধ্বজ সিংহই মছলমান পাটচাৰ ওচৰত মূৰ নোদোৱায়, এইটো ঠিক। জয়ধ্বজ সিংহ স্বৰ্গদেৱৰ দিনত সনা আসামৰ গাৰ কলঙ্কসোপা, হয়, চক্ৰধ্বজে গুচাব, নহয় চক্ৰধ্বজ সমূলি বিনাশ হব। ডাঙৰীয়াসকল, মই ৰাজ-পাটত উঠিবৰেপৰা আজি চাৰি বছৰ মাথোন মোৰ এই একেটা চিন্তা। সেইদেখি এই কেই বছৰ সৈন্য সংগ্ৰহ, সৈন্য শিক্ষা, আৰু ঠায়ে ঠায়ে কোঠাবোৰ শক্তিবৃদ্ধি দৃঢ় কৰা কাৰ্য্যত মোৰ সকলো চিন্তা, সকলো চেষ্টা নিয়োজিত হৈছে। আপোনা

সকলো ভয় নেখাব, পিতাৰে নাটানিব, ঈশ্বৰে আমাৰ অভীষ্ট সিদ্ধি কৰিব; মচলমানক আমাৰ দেশৰপৰা খেদাব পাৰিম। (লাচিত ডৰলীয়া ফুকনলৈ চাই।) আমাৰ ফুকনে কি কয়?

লাচিত। সৰ্গদেৱৰ ইচ্ছা আৰু আদেশ পালনত বন্দাৰ পৰা কোনো ত্ৰুটী নহয়।

বুঢ়াগোহাঁই। সৰ্গদেৱৰ কথা সঁচা। মোৰ মতেৰেও আমাৰ যুদ্ধ কৰাই শ্ৰেয়ঃ; মচলমান পাটচাই আমাৰ আসামত এবাৰ ভালকৈ খামি পুতি লব পাৰিলে আৰু আমাৰ দেশ গল। তেনেকৈ বঙ্গ, বিহাৰ, ওৰেষাৰ যি গতি হৈছে, আমাৰ আসামৰো সেই গতিয়েই হব। এনেকৈ চুপতীয়াকৈ বিহগছৰ পুলি উভালোটোৱেই হে যুক্তি।

চক্ৰধ্বজ। বাৰু, দেওধাই, বাইলুং আৰু গণকক মতা হওক; এই বিষয়ে সিহঁতে নো কি পায়, চাই কওকচোন।

(এজন দেওধাই, এজন বাইলুং আৰু এজন গণকৰ প্ৰৱেশ।)

[তিনিওজনে সৰ্গদেৱক সেৱা কৰি আঠু লয়।

তোমালোকে চাই কোৱাহকচোন, মচলমান পাটচাৰে সৈতে আমি যি যুদ্ধ কৰিব খুজিছো, তাত আমাৰ জয় হব নে নহয়।

দেওধাই, বাইলুং। সৰ্গদেও, বন্দাহঁতে বৰচৰাৰ বাজিৰত খৰম-পৰ্ণা কাটি তাৰ ঠেংৰে মঙ্গল চাই আহি এতিয়াই সৰ্গদেৱক সবিশেষ জনামহঁক।

[দেওধাই, বাইলুংৰ প্ৰস্থান।

গণক। ( পুথি পাঁজি মেলিবৰ উদ্যোগ কৰি )—

"লাফ মাৰি পাৰ'। ডেকা গছৰ তামোল,
পূৰণি মদাৰৰ পাণ।
তুখনি ঠগি শৰাইত সজাই-পৰাই,
গণকক দিয়া দান।"

( বজাৰ ইঙ্গিত মতে এজনে তুখন ঠগিত তামোল পাণ আনি গণকৰ আগত থয়। গণকে পুথি পাঁজি চাই কিছু বেলিৰ মূৰত কয় )

সৰ্গদেও-ঈশ্বৰৰ একাদশত বৃহস্পতি। বোলে "কিং কুৰ্ব্বন্তি গ্ৰহাঃ সৰ্ব্বে যস্য কেন্দ্ৰে বৃহস্পতিঃ।" সৰ্গদেও-ঈশ্বৰ যুদ্ধত জয়যুক্ত হোৱাটো কৈছে। সৰ্গদেও ঈশ্বৰ, এতিয়া গ্ৰহবিপ্ৰক সন্তুষ্ট কৰিব লাগে। গ্ৰহবিপ্ৰক সন্তুষ্ট কৰিলে গ্ৰহসকলো সন্তুষ্ট হয়।

চক্ৰধ্বজ। ( বৰভঁৰালী বৰুৱালৈ চাই ) গণক বাপুক ভালকৈ দক্ষিণা দিয়া হওক।

বৰভঁৰালী বৰুৱা। যি আজ্ঞা সৰ্গদেও!

( মেওখাতি আৰু বাইলুংৰ প্ৰৱেশ। )

চক্ৰধ্বজ। তোমালোকে কি পালা?

( বাইলুং গায় )—

"ওপৰ চিংগাঁৱৰ শিল-খাঁৰিয়া
বৰ পথাৰৰে জহা।
বাক ভঁৰালৰ সোণ পৰাতিৰে,
দিয়ক বাইলুংক খটা।"

বাইলুং। সর্গদেও-ঈশ্বরর জয় বুলি মঙ্গলে কৈছে।

দেওধাই। জয় সর্গদেও-ঈশ্বর, ময়ো পাইছোঁ তাকে।

চক্রধ্বজ। ববভৈবালী বকরাক। এওঁলোককো ভালকৈ ভোজনি আক কপবান দি এতিয়াই সন্তুষ্ট কবা হওক। পাটচালৈ পঠিয়াবলৈ বুলি যি সাতলাখ টকা ববঙনি তোলা হৈছিল, সেই টকা আক দিয়া নাযায়; তাৰে যুদ্ধব খবচ চলোৱা যাব। আজিলৈ সভা ভঙ্গ কবিলোঁ।

[ প্রস্থান।

প্ৰিয়ৰাম। ফুলি উঠে যদি উঠক, ভালেই হে। দাঁথোৰ পাৰতে আমাৰ গৰুপুৰীয়াক তাৰ গাত জুই লগাই বহুৱাই থম; গোটেইখন সৰ্ব্বদাওঁ পোহৰ হৈ থাকিব,—কি দিনত, কি ৰাতিত। তেনেহলে এন্ধাৰ ৰাতি কাকো জোৰও নলগা হব, চাকিও নলগা হব।

ৰূপৰা। তেনেহলে আমাৰ গৰুপুৰীয়া, গৰুপুৰীয়া গুচি গৰু আৰিয়া হব।

প্ৰিয়ৰাম। গৰু-আৰিয়া নহয়, গৰু জোৰা হব।

সিদ্ধিৰাম। তেনেহলে বটে গৰুপুৰীয়া-জোৰৰ পোহৰত চোৰে চুৰ কৰিব নোৱাৰা হব; এটাইখন দৰা পৰি মৰিব।

প্ৰিয়ৰাম। আৰু তেনেহলে গৰুপুৰীয়াই নিজেও চুৰ কৰিব নোৱাৰা হব; সি যলৈকে যায় তলৈকে ফুলি পোহৰ হৈ যাব।

সিদ্ধিৰাম। তেনেহলে ভাল হে হব, এন্ধাৰতে গৰুপুৰীয়া ককায়ে গৃহস্থৰ বস্তু দেখা পাব।

প্ৰিয়ৰাম। গৃহস্থইও যে তাক ধৰি বান্ধি ঢেকাঁঠোৰাৰে কোবাবলৈ দেখা পাব, সেইটো ভাবিছানে নাই?

ৰূপৰা। চোৰৰ যি গতি হয় হওক, মই হলে এই মেজিৰ জুইত আলু পুৰি খাম; মাঘৰ মেজিলৈ আৰু বাট নেচাওঁ।

প্ৰিয়ৰাম। ৰূপৰা-আলু নে মোৱা-আলু?

গৰুপুৰীয়া। ৰূপৰা-আলু, চীনা-আলু, মোৱা-আলু, কাঠ-আলু, বড়া-আলু, খগা আলু, গুটি-আলু, আৰু এটাবোৰৰ লগতে পানী-আলুও।

প্ৰিয়ৰাম। গজমূৰ্খ! গাধ! মাহৰ ডুলি! সৰিয়হৰ ডুলি! ভগা ডুলি!—বোলোঁ পানীআলুৰ পানী গজপুৰীয়াৰ গাত পৰিব লাগিলে, গজপুৰীয়াৰ ইমান ডাঙৰ ধান-পুৰীয়া দুই-কুৰাই যে মুমাই যাব, সেইটো তোৰ মনত খেলোৱা নাই নে? সেইদেখি পানী-পালু এইকুৰা দুইত নিদিওঁহঁক।

গজপুৰীয়া। বোলোঁ ডেকাফুকন, মই মূৰ্খ নে কোন মূৰ্খ? মই যে একেবাৰেই ইমানবোৰ বস্তু হব নোৱাৰোঁ, সেইটো বুজিব নোৱৰাবোৰ নহয় নে? মই গজহস্তী হলে গাধ হব নোৱাৰোঁ; মাহৰ-ডুলি হলে সৰিয়হৰ-ডুলি হব নোৱাৰোঁ। সভাসদসকলক সন্তুষ্ট কৰিব লাগিলে, আমি কেউটাই ভাওবোৰ ভগাই লব লাগিব। ধৰোঁ, মই যদি গজমূৰ্খৰ ভাও লব লাগিল, তেন্তে বোজা -বোৱা দীঘল কাণৰ সেই চাই-ঠেঁটীয়া জন্তুটোৰ ভাও তুমি লব লাগিব। সিঙ্কিৰামে মাহৰ ডুলিৰ আৰু তপৰাই সৰিয়হৰ ডুলিৰ ভাও লওক। টোকোৰাক ভগা-ডুলিৰ ভাওটো দিয়োঁ; আৰু টকৌক সৰিয়হ পাতা, তেতে কথাবোৰ খেও খাব। কিন্তু ভাও দিবলৈ যোৱাৰ আগেয়েই একোটোপা লাওপানী নেখালে যে ভাও ভালকৈ নোলায়, সেইটো তুমি ভবা নাই কিয়? নিবামচীয়া মুখত ভাও ওলাওক চাবি "আহে সভসদলোক!" কথাষাৰেই নোলায়।

প্ৰিয়ৰাম। তেন্তে "আহে গজপুৰীয়ানী লোক!" আন লাওপানী! আন লাওপানী!

[ এটাইকেটাই "আন লাওপানী" বুলি একেলগে চিঞৰে। গজপুৰীয়ানীয়ে
একহাতে এটেকেলি লাওপানী, আৰু আন হাতে তিনটা
বাটি লৈ প্ৰবেশ কৰি, প্ৰত্যেকৰ আগত থয়।
গজপুৰীয়াই ঢালি এটাই কেউটাক
দিয়ে আৰু নিজেও খায়। ]

( টকৌ আৰু টোকোৰাৰ প্ৰবেশ। )

টকৌ। ( দুৰৰপৰাই ) বাইজহঁত ঐ। এই বাইকহঁতে কেইটাই অকলে অকলে টেকেলিয়ে টেকেলিয়ে লাওপানী পিছে ঐ।

টোকোৰা। নহয় নো কি বাক। আমি দুটা কৰবাতে থাকিলো, এই শকুৰা কেইটাই লাওপানীতে সাঁতুৰি ফুৰিছে।

প্ৰিয়ৰাম। বোলো মনে মনে থাক, মনে মনে থাক, নিচিয়-বিৰি। তহঁতেও সাতাৰ, তাক লাওপানী খাই ঢকা ডিঙৰা লাগইক। তথাপি এই দৰে ভগা দি নিলকবিবি, মুখ লাগিব।

গজপুৰীয়া। মুখ লাগে যদি লাগক, টেকৌটোকোৰাবে মুখ ভাঙি দিম।

টকৌ। ভাঙ ভাঙিবি, কিন্তু চাবি, মুখৰ বিকাটো যেন মাৰ নেযায়। সেই পিনে লাওপানী ঢালি দিলেই যেন সৰকি পেট পায় গৈ।

গজপুৰীয়া। লাওপানীৰ সোতে ভাৰ লগাতে টকৌ টুটী-টোকো যে উটাই নিব, সেইটোৰ কি হব?

প্ৰিয়ৰাম। উটাই নিয়ে যদি নিয়ক, হানি কি? টকৌৱে

এবাৰ কোনোমতে সাউদ পালেই তাতে গাজ মেলি গছ হব আমাৰ টকা অমৰ ।

গজপুৰীয়া । টকাৰ নহয় এটা গতি লাগিল, কিন্তু আমাৰ টোকোৰাৰ কি হব ?

প্ৰিয়ৰাম । টোকোৰাই সেই টকা গছতে বাহ লব । নহলে তাৰ কপালত যি আছে সেয়ে হব ।

গজপুৰীয়া । টোকোৰাৰে কপালখন ইমান আহল-বহল যে তাত তিনি পুৰা সিজোৱা ধান মেলি দিলেও, এচুৱা পৰি থাকিব ।

প্ৰিয়ৰাম । মূৰ্খ ! টোকোৰাৰ মূৰ হে টপা ; কপাল যে বহল নহয়, সেইটোকো তোৰ ভু নাই নে ?

গজপুৰীয়া । বোলো, মূৰৰ চুলি সৰি টকলা হৈ সি কপালেৰে সৈতে, টাঁগোৰে সৈতে ৰজাপুত্ৰ লগ লগাদি লগ লাগি বহল হৈ যোৱা নাই জানো ?

সিদ্ধিৰাম । সকলো চৰায়ে লগিগাই খেখিয়াই জেনো চৰাই টোকোৰাৰ মূৰ টকলা কৰিছিল । আমাৰ এই মানুহ টোকোৰাৰ নো মূৰটো কোনে লখিয়াই তেনে কৰিলে ?

কপৰা । দেখৰ টোকোৰাণীয়েৰে !

সিদ্ধিৰাম । টোকোৰাৰ টোকোৰাণী মূৰুৱাই একনী । আগলে চাবলৈকো নাই, পিছলে চাবলৈকো নাই । আকৌ "টোকোৰাণী-বোৰ" হল কৰপৰা ?

ৰূপৱা। তইঁতে কি জান ?—মোৰ মূৰত চুলি যিমান, এই টোকোৰাৰ টোকোৰাণীও সিমান।—অৱশ্যে চিন-ছাব মৰা একনী হে।

প্ৰিয়ৰাম। সিহঁতে টোকোৰাক লখিয়াব কিয় ?

ৰূপৱা। আমাৰ লৰা ভাল, সেইদেখি।

পঞ্চপুৰীয়া। বোলোঁ ৰূপৱা, তয়ো সেই টোকোৰাণীৰ কাষত আছিলি নে কি ? সিহঁতৰ কৰ্ণায়া হৈ ডাকত সোমাই টোকোৰাৰ মূৰত চৰণ চলাই, তোৰ ভৰিটোও পোখা কৰিলি নে কি ?

প্ৰিয়ৰাম। চুপ্ বও পঞ্চানন ! তোৰ বৰ পেটৰ ওপৰত ৰূপৱাই চৰণ চলাব চাবি।

টঙৌ। সেই বৰ পেটৰ ওপৰত সি চৰণ চলাবলৈ গলে, দাঙোৰ পলসত বুঢ়া গাই সোমোৱাদি সোমাই ৰব।

পঞ্চপুৰীয়া। সেইদেখি ৰূপৱা বুঢ়া গাইক বিপদত পেলাবৰ হলে, সেই পলস শুকাবলৈ দিব নোৱাৰি; তাক লাওপানীৰ পানেৰে মনে মনে তিয়াই ৰাখিব লাগিব। কি কোৱা ডেকাফুকন দেখা ?

প্ৰিয়ৰাম। "অনুনং"। "লাও, লাওপানী !"

টোইকেটাই এক বেলিয়েই "লাও লাওপানী" বুলি চিঞৰে আক খায়।

ৰূপৱা। ডেকাফুকন ডাঙৰীয়া, শাস্ত্ৰত কৈছে,—ঘোঁৰাত

উঠিলে চাবুক লাগে। আমি ফটিকা নামৰ তাঙ্গী ঘোঁৰাত উঠিলো হঁক, কিন্তু হাতত চাবুক নাই।

প্ৰিয়ৰাম। কি চাবুক ?

ৰূপৰা। বোলো ধপাতৰ চাবুক। এই চাবুক নহলে ঘোঁৰা নচলে।

প্ৰিয়ৰাম। আন চাবুক !

(এটাইকেটাই একেলগে "আন চাবুক" বুলি কিৰিলি মাৰি দিয়ে।)

গজপুৰীয়ানী। কি মস্কিল! তোমালোকে এই দৰে কিৰিলিয়াই হাতী বাঘ খেদাইছা নে, নাই বিলত পল বাবলৈ গৈছাহঁক ?

টকৌ। বিলত পল।

প্ৰিয়ৰাম। তই কি পল বাবি জা টকৌ ? টকৌগুটায়ে পল পেলালেও জলুকাৰ কামলোক যাব নোৱাৰে, গালেই জলুকীৰ বিন্ধাত সোমাই যাব।

গজপুৰীয়া। নহলে বেকাত সোমাই আমাৰ গচকাত জোল হব।

টকৌ। নওও জোল। বেকাত সোমাই গাত মেলি গছৰ হৈ তইহঁতক গুৱা হে হম।

গজপুৰীয়া। "কুচ পৰোৱা নাই," সেই গছতে আমাৰ টোকোৰাই বাহ সাজি ওলমিবৰ হুকুম, আমাৰ ডেকাফুকন বোপাৰ

পৰা, ইয়াৰ আগেয়েই হৈ গৈছে। তেনে হলে সি কাচা কাঠত জুলমাৰ পৰা সাৰিব।

জপৰা। আৰু সেই বাহতে টোকোৰাই কণা পাৰিবৰ হুকুমটোও হৈ যাওক।

টোকোৰা। তেন্তে তুলত পকা ভইঁতৰ মুৰত কিবাকিবি কৰিবৰ হুকুমটোৰেই বা বাকী থাকে কিয়? সেইটোও হৈ যাওক।

গজপুৰীয়া। তাৰ আগতে দপাত আনিবৰ হুকুমটোও হৈ যাওক, তেনেহলে দপাত গাই আমি গা টলাই লব পাৰিমহঁক।

প্ৰিয়ৰাম। আন দপাত!

( চৌহকটাই "আন দপাত" বুলি চিঞৰে। )

গজপুৰীয়ানী। "আন দপাত" কোনে? গজপুৰীয়ানী তোমালোকৰ বান্দী নহয়, বাৰে বাৰে দপাত আনি দি থাকিবলৈ। মই ডেকাফুকন ডাঙৰীয়া বোপাক দপাত লগাই আনি দিম, তোমালোকক নিদিওঁ।

গজপুৰীয়া। মোক একো?

গজপুৰীয়ানী। তুমি নো কিহৰ বাপু? তোমাকো নিদিওঁ।

গজপুৰীয়া। কিয়? মোৰ সৈতেও পীৰিতিৰ কথাল এবাল নে? কোমল-ভামোল দেখি বুঢ়া-ভামোলটো দলিয়াই পেলালিনে কি?

টকৌৰে গায়

গীত।

প্ৰণয়ৰ স্বভাৱেই চঞ্চল।
ফটা কাপোৰ পাৰি নাহ,
( ধাৰে ) নতুনৰ আঁচল।
পুৰণি মলহি টেঁহিল,
নতুন পাগ উঠিল,
কৰাল কুমলি গ'ল,
জোবা শুলকিল।

গজপুৰীয়াই গায়—

গীত।

চণ্ড মহীয়া পকা ঐ
কেচিলা কেচাৰ লগত,
মাণ্ডপানীৰ জাপত পোখা
ডুলাল শুকান গছত।
গজপুৰীয়াৰ গজ-মুকুতা
পোহৰ ভিৰ্‌বিৰায়,
গজপুৰীয়ানীয়ে লাখ টকা,
হাটত বেচি পায়।

প্রিয়বাম। চুপ! চুপ! ( গজপুবীয়ানীক ) ধোঁৱা তুমি মোলৈকে ধপাত লগাই আনাগৈ, টইটুক দিব নেলাগে।

[ গজপুবীয়ানীব প্রস্থান।

টকোবে গায়—

গীত।

" ধুনীয়া ঐ খিন্দোখোৰা।
তামাখু এচিলিম লগাই দিয়া।
গজপুব-পুব-অনীয়া,
ডবা ধোঁৱাখোৱা
কি কৈ বান্ধিলা ?
মোবে ধোঁৱাখোৱা,
কি কৈ বান্ধিলা কোৱা।"

( গজপুবীয়ানীব ধোঁৱাখোৱা লৈ প্রবেশ। )

গজপুবীয়ানী। ( প্রিয়বামক ) ধবক বোপা ডাঙবীয়া!

প্রিয়বামে গজপুবীয়ানীব হাতবপবা ধোঁৱাখোৱাটো লৈ ধপাত খায়, আক গজপুবীয়াক দিয়ে।

গজপুবীয়া। ( ধপাত খাই ) আজি ধপাতত চোক নাই। কিবা সেঁতা সেঁতা লাগিছে।

প্রিয়বাম। আমালৈ আছে, তোমালৈকে নাই।

গঙ্গপুৰীয়া। তোমালৈ থাকিবতো দেও; আজি "তোমাৰ পুহ মাহ। গঙ্গপুৰীয়াৰহে সৰ্ব্বনাহ॥"

টকৌৱে গায়—

গীত।

পুহ মহীয়া পকা আঠো কাৰো ভাগ্যত হয়।
কাৰো ভাগ্যত আঠীয়া কল চেচা পানী, কয়॥
কোনোৰ কপালত জাপৰ উম,
কোনোৰ গছৰ তল।
কোনো উঠে বৰ চাঙত,
কোনো ৰসাতল।

গঙ্গপুৰীয়া। হেৰ টকৌ, আজি হয়েই মোৰ খৰচত ইমান-বোৰ গীত-পদ মাতি থাকিবি নে? আৰু নিদিওঁ, মোৰ খৰচ বন্ধ কৰিলোঁ। গা যদি ৰাজহুৱা খৰচত গা, নাগা যদি ময়েই এটা এভোখৰ গাওঁ শুন,

(গঙ্গপুৰীয়াই গায়)—

গীত।

সাগৰৰ পানী জাক বন্দাৰে
দিনে ৰাতিয়ে খায়।

সগৰ ৰজাৰ তথাপি সাগৰত
পানী চপ্ চপায় ।
কেৰ্কেটুৱাৰ পোৱালিয়ে
পকা তামোল পাই ।
ৰঙা দেখি কামুৰি মৰে
দাঁত ভাগি যায় ।

প্ৰিয়ৰাম । হেৰ গজপুৰীয়া ! হেৰ হাতীমূৰা পৰ্ব্বত ! মনে মনে থাক । বামুণ-ভেকোলাৰ গান কোনেও নুশুনে ।

গজপুৰীয়া । বৰ পুখুৰীয়ে শুনে ।

টোকোৰা । তোমাৰ বৰ পুখুৰী সো গজপুৰীয়ানী নে ?

গজপুৰীয়া । "অল্‌বৎ ।"

গজপুৰীয়ানী । ( মুখ বিকটাই, গজপুৰীয়ালৈ চাই ) ইস্ কোনেথন কৰিছে নেদেখিছা ! মই এঠেৰ বৰ পুখুৰী হবলৈ গলোঁ।

গজপুৰীয়া । হৰি তো, তই ৰৰপুখুৰী । এই ৰৰপুখুৰীত মই পদুম হৈ ফুলিম, ডেকাফুকন ৰাজহাঁহ হৈ চৰিব ; টোকোৰা, জপৰা, সিঙ্কিৰাম, লাল্লুকি হৈ সাতুৰিব ।

টকৌ । মই নো বাদ গলোঁ কিয় ?

প্ৰিয়ৰাম । তই তাত শেলাই হৈ ওপঙিবি ।

গজপুৰীয়া । তেন্তে আন লাওপানী !

এটাইকেটাই "আন লাওপানী" বুলি চিঞৰে ।

গজপুৰীয়ানী । মই তোমালোকক ইমানকৈ লাওপানী খাবলৈ

দিব নোৱাৰোঁ। তোমালোক মতলীয়া হৈছাহঁক।

গজপুৰীয়া। মতলীয়া হইছোঁ যদি, লাওপানী খাই নহয়, মোৰ গজপুৰীয়ানীৰ মুখচন্দ্ৰৰ মৌ-বহ খাই হে।

( এটাইকেটাই "হয় হয়" কৰে।)

গজপুৰীয়ানী। বোলোঁ, মতলীয়া হৈ মোৰে সৈতে এইদৰে ঠেটা নকৰিবা একা।

গজপুৰীয়া। ঠেটা কৰিব নেলাগে যদি আকৌ এটেকেলি লাওপানী আনি দে। আগৰ টেকেলিয়ে আমাক মতলীয়া কৰক ছাৰি আমাৰ গাৰ খুদখছকে নখজুৱালে।

গজপুৰীয়ানী। ইস্ এওঁৰ খুদখহ নখজুৱালে! মদৰ বাগীত কথা কওঁতে জিভা দোবোল নোখোৱা হৈছে! তোমালোকক মই বলীয়া কৰি বং চাব লাগে নে কি?

প্ৰিয়ৰাম। বোলোঁ গজপুৰীয়ানী, তোমাৰ গজপুৰীয়া বলীয়া হোৱাৰ ভয় নাই। মদৰ টেকেলিটো যি দিনা বলীয়া হব, সেই দিনা হে তোমাৰ গজপুৰীয়া মদখাই বলীয়া হব, এইটো নিশ্চয়।

গজপুৰীয়া। ভেকাফুকন, চাবাচ! চাবাচ! এইষাৰ কথা হে খাজে খোপে খাই গল। কি বোল টকৌ?

প্ৰিয়ৰাম। মনে মনে থাক, মনে মনে থাক! মদৰ টেকেলি! তেলৰ "মুট্কি"! ( গজপুৰীয়ানীলৈ চাই ) তুমি লাওপানী আনা, একো ভয় নকৰিবা। ইয়াত কাৰো বলীয়া হবৰ সম্ভৱ নাই, এটাই কেউটা পকা নাৰিকল।

গজপুৰীয়া। নাৰিকলৰ পেটত পানী নেথাকে নে?

টকৌ। থাকে।

গজপুৰীয়া। তেন্তে আমাৰ পেটত লাওপানী নাথাকিবৰ কাৰণ কি?

প্ৰিয়ৰাম। একো কাৰণ নাই। আন লাওপানী।

এটাইকেটাই "আন লাওপানী" বুলি চিঞৰে, আৰু গজপুৰীয়ানীয়ে লাওপানী আনে।

গজপুৰীয়া। ডেকাফুকন বোপা, আজি তোমালৈ মোৰ বৰ মৰম লাগিছে। চুমা এটাকে খাম নে?

টকৌ। চেলেকা এটা মাৰা; তোমাৰ জাতৰ প্ৰাণীয়ে তো চুমা খাব নেজানে।

টোকোৰা। মই কওঁ,—চুমাও নেখাবা চেলেকাও নামাৰিবা; সেই দুইটাতে বিপদ। সেইদেখি শুদা এটা মাৰা।

জপৰা। তাতো বিপদ আছে। মই কওঁ গজপুৰীয়া, তোমাৰ যদি ডেকাফুকন ডাঙৰীয়ালৈ ইমান মৰম লাগিছে, তেন্তে তুমি উঠি অলপ দূৰলৈ যোৱা; গৈ তাৰপৰা কাহু এটা মাৰি দিয়া গৈ। তেনেহলেই মৰমে তোমাৰ ডিঙিত সুৰ্ সুৰাইছে বুলি জনা যাব। কি কয় সিদ্ধি?

সিদ্ধিৰাম। তাতোকৈ ভাল, যদি তেওঁ দূৰৈৰপৰা ডেকাফুকন ডাঙৰীয়াৰ ফালে চাই দাঁতলৈকে কমুনিয়াহ এটা কাঢ়ি দিয়ে।

টকৌ। মোৰ মনেৰেও হুমুনিয়াহ এটা কাটি দিয়া ভাল; সি হলে গাকত লাগি যাব।

সিদ্ধিৰাম। নেলাগে, আমাৰ গজপুৰীয়াৰ হুমুনিয়াহ গজপুৰীয়ানীৰ যে বস্তু। সেই হুমুনিয়াহ লোকৰ কাণে কাটি পঠিয়ালে গজপুৰীয়ানীয়ে তাতে আপত্তি কৰিব।

টকৌৱে গায় —

গীত।

মৰমৰ চিন চেলেকা-চেলেকি,
(তাৰ) সৰু ভায়েক চুমা।
চুমা মৰিল বিলিনিত পৰি,
লগায়েক আছিল শুঙা।
শুঙাক গিলিলে হামি-বাঘিনী,
হুমুনিয়াহ বল দৰত।
চই থাকি হাকুটি লগালে,
মৰম লাগিল বুকত।

প্ৰাণৰাম। গজপুৰীয়ানীৰ কথা ঠিক, ভৈতৰ এটাই মথাৰে কটকাৰে বাটি লগাইছে   উঠক, আজিলৈ সভা ভাঙিল।

[গজপুৰীয়ানীৰ বাহিৰে সকলোৰে প্ৰস্থান।]

গজপুৰীয়ানী। (স্বগত) আই ঐ দেহি! কেনেকৈ মাতবাৰ মাতে! "গজপুৰীয়ানী"! শুনি থাকিলৰ যে মন যায়। "গজপুৰীয়ানী, তুমি লঙ্গপানী আনা"! আনিম তো। তোমালৈ

নদিনে নো মই কালৈ আনিম? তুমি মোৰ ভাঁয়টো থুলিলেও জানো মই নিদিয়াকৈ থাকিব পাৰিম?---উহুঁ! বৰ লোকৰ পোৱালি। বাউনীয়ে আকাশৰ তৰালৈ হাত মেলাৰ নিচিনা কথা! হলেইবা বৰলোকৰ পোৱালি? বৰলোকৰ পোৱালিয়েই হে তো নক মানুহৰ হাতত পৰিলে আহোম-তোলৰ বস্তু হয়, ডাঙৰ মানুহৰ হাতত নহয়।—এ মোৰ নিচিনা জনীয়ে পালে ভকতক গোসাঁই আৰাধাদি আৰাধিম নহয়। পকুৰপৰা নেৰোঁৱেই নহয়।- "গজপুৰীয়ানী মোৰ। তুমি মোলৈকে ধপাত আনাগৈ, ইহঁতলৈ আনিব নেলাগে"! "মোলৈ ধপাতত চোক আছে, ইহঁতলৈ হে নাই।" কথা কেইষাৰ শুনিয়েই আমুকাৰ গা গুচ লাগি গৈছিল। -মোক ভাল পায়। আক আক পোৱা কৰিব লাগিব হেতে। মোৰ পিছে পিছে ঘূৰা হব যেতিয়া, মোক নেদেখিলে এৰাঁচিবা নেন হব যেতিয়া, তেতিয়াহে কাম হল বুজিম। মই জনা আছেদি কেইটাকে এটা এটাকৈ পুৰাই নেচাওঁ কিয়? সেই কেইটাৰেই পাৰিব পাওঁ নেপোন। সেই কেইটাই গুণ নধৰিলে তাৰ পিছতো আলেহী বাইৰ ওচৰৰপৰা ডাঙৰ ডাঙৰ আছেদি আনি পুৰাব পাৰিম। -হব। পাৰিম। মোৰ মনে কৈছে "গজপুৰীয়ানী তই পাৰিবি।" গাওঁ সেই বদ-বাইৰ পাণজোপাৰ তিন ভাল সাঁপা আঁজিয়েই তুলি থওঁ। কাইলৈ পুৱা বাটী মুখেৰেই গৈ আউনীপাণৰ গছৰ মকৰাজাল আনিম। শামুকৰ চূণৰ চোকোৰা আছেই

[ প্ৰস্থান।

## তৃতীয় দৰ্শন।

স্থান—লাচিত বৰফুকনৰ ঘৰ।

কাল—ৰাতি।

( লাচিত বৰফুকন আৰু তেওঁৰ ভাৰ্য্যা

ভাৰ্য্যা। পিচে নো আজি আপোনাসকলৰ কি থিৰ হল ? মছলমানৰে সৈতে যুদ্ধ কৰাই থিৰ হল নে, মিত্ৰতা কৰাই থিৰ হল ?

লাচিত। যুদ্ধ।

ভাৰ্য্যা। আপুনি ?

লাচিত। মোক বস্কাই বৰফুকনৰ খিতাপ দি সেই যুদ্ধৰ সেনাপতি পাতিছে।

ভাৰ্য্যা। ঈশ্বৰৰ চৰণত মোৰ অশেষ সেৱা।

লাচিত। বৰফুকননী হলা বুলি হৈছা ?

ভাৰ্য্যা। নিশ্চয় নহয়। আপুনি বৰফুকনৰ খিতাপ পালে দেখি।

লাচিত। মই বৰফুকন হোৱা বাবে তুমিও ভাৰ্য্যা দেখি স্বভাৱতে বৰফুকননী হলা সেইটো বুজি।

ভাৰ্য্যা। নিশ্চয় নহয়। মোৰ নিজৰ চিন্তা ভাবনাৰ লেশ মাত্ৰ মোৰ হাতত নাই। মই মানত কমালোঁ বা বাঢ়িলোঁ সেইটোৰ তু মই নাভাওঁ। মই মোৰ স্বামীৰ ভাৰ্য্যা,- তেখেতৰ তেওঁ বৰ-

চুকনেই হওক বা পৰিভাৰ্য্যায়েই হওক,—সেইটো খিতাপ মই নিদিনা পালোঁ, সেই দিনাই মই বৰলোক হলোঁ। মোৰ এই খিতাপৰ পাছত মোলৈ যি আহে আহি থাকক, তাত মোৰ হৰ্ষ-ভগণও নাই, আনন্দ-নিৰানন্দও নাই। অৱশ্যে দিয়াজনে দিয়ে যেতিয়া তাক মই কৃতজ্ঞ চিত্তেৰে গ্ৰহণ কৰি, এতিয়াও কৰিছোঁ; আৰু তাৰ লগতে আনন্দও যদি মোলৈ আহিছে আহক, সেই জনৰে অনুগ্ৰহ বুলি ধৰিম।

লাচিত। মানুহে কথা কব জানিলে, কথা এনেকৈ খেও খাই শুৱলা হৈয়েই ওলায়।

ভাগা। বোলোঁ মই যে কব বক্তা পাটচাৰ সভাত পৰি পুৰি মহলা মাৰি কথা কবলৈ শিকিলোঁ যে মই কথা কব জনা হলোঁ? আপুনি দিনে ৰাতিয়ে বক্তাৰ ৰবচৰাত বহি মেল-মোৱান কৰি থাকে, আপুনি যে কথা কব নজনা হল, আৰু মই মূৰ্খ তিৰুতা একেবাৰে যে কথা কব জনা হলোঁ? নাতিয়া কথা। আপুনি কথা কব নজনাৰ চিন এইটোতেই পালোঁ। নহয়, আন নেলাগে চোন।

লাচিত। শুনা সত্য কথা কবলৈ ঈশ্বৰেহে মানুহক শিকায়, তা-ডাঙৰীয়া বক্তা-পাটচাই শিকাব নোৱাৰে। সোণ দি সি বোকাত পৰি থাকিলেও সোণ, আৰু কঁৰীয়া কৈ তোমাৰ কাণত গুলমি কাণ শুৱাই থাকিলেও সি সোণ। সীহ এডোখৰক বস্তাই ডিঙিত আঁৰি থলেও সি সীহ শুচি সোণ নহয়।

ভাৰ্য্যা। এতিয়া কওকচোন, কোনে কথা কব জানে? এইটো কথা কব নজনাৰ চিনৰ লেখ তুই। বাক সঁচাকৈ কওক চোন, এনে লনিকৈ কথাবাৰ মোৰ মুখৰপৰা ওলালহেঁতেন নে? বজাই বাটে-পথে মানুহক ধৰি এনেই বৰফুকন নেপাতে।

লাচিত। মচলমান পাটচাৰ সেনাপতিৰে সৈতে এনেকৈ ল-নিকৈ কথা কবলৈকে বজাই মোক বৰফুকন পাতিছেনে?

ভাৰ্য্যা। বজাই জানে, যাৰ গাত এনে গুণ আছে, তেও মচলমানৰ সেনাপতি গাতও ল-নিকৈ হিলৈ কাঁৰ মাৰিব পাৰিব।

লাচিত। তোমাৰ কথাও যেতিয়া মোৰে নিচিনা ল-নি, তুমিও যে মচলমান সেনাপতিৰ গাত গেওখুৰাই মিঠিকৈ কাঁৰ মাৰিব নোৱাৰিবা সেইটো কোনে জানে? চাবা, বজাই তোমাৰ এই গুণৰ ভু পালে তোমাকো মচলমান সেনাপতি ফিকতগাঁৰ গাত কাঁবিয়াবলৈ লগাই দিব। ফিকতগাঁৰ মোৰ নিচিনা গতি নহলে হয়। ( নিজৰ গালৈ আঙুলিয়াই এইজন সেনাপতি তো তোমাৰ মিঠি চোকাকাঁৰত "ঘাইল" হৈ তোমাৰ কাষতে পৰি আছেই।

ভাৰ্য্যা। থাওক আপুনি কিবা এটা কৰিবলৈ লাগিলে। মই ইমানবোৰ কথাৰ মানুহ নহও বুজিছেনে। আপোনাৰ বেঁকা কথাৰ পাকত সোমাবলৈ মোৰ শকতি নাই।

লাচিত। এৰা, এৰা, তুমি একেবাৰেই চোদৰ আলিটো যেন পোন, মই হে বেঁকা।—বোলো, নিজক এটায়ে পোন দেখে; লোকক হে বেঁকা দেখে। লাচিত যেন মানুহটো যাৰ

চকুৰ পাকত, বাহুৰ মেৰত, মৰমৰ চাকত, পৰি তিনি পাক খাই ক্ষৰাডাল যেন হৈ ভৰিত পৰি আছে, সেইজনা হেনো পোন, মই হে বেঁকা।

ভাগ্যা। এবা আৰু এখোপ আগবাঢ়ি গৈ নো নকয় কিয়, "যি ক্ষৰাডাল হৈ তোমাৰ ভৰি ডুঠা, বান্ধাৰে হাতীৰ ভৰি বন্ধাদি বান্ধি থৈছো ?" বোলোঁ হেৰি, কথা কব নজনা আঁকৰা মানুহটি ! আপোনাৰ কথাৰ জালখনি অলপ সামৰক, আমাৰ নিচিনা খলিহা ভেচেলি আপোনাৰ হাতত এনেই ধৰা পৰি আছে, তালৈ জাল নেলাগে।

লাচিত। বাৰু সেইবোৰ বুজিছো। সম্প্ৰতি কোৱাচোন, তোমাৰ ৰবপুত্ৰক লৈ মই এতিয়া কৰোঁ কি ?

ভাগ্যা। মোৰ ৰবপোৱে কি কৰিলে ?

লাচিত। একো নাই কৰা ; মাথোন দিনে ৰাতিয়ে চোৰ, ডকাইত, ভতুৱা, মদপীৰে লগ লাগি মোৰ নাক কাণত কটাই ফুৰিছে।

ভাগ্যা। সেইবোৰ মিছা কথা, মই বিশ্বাস নকৰোঁ ; আপোনাক কোনোবাই খিয়ালত হে তাৰ নামে ছেনেকৈ লগাইছে।

লাচিত। সেইটো হয় ; তোমাৰ ৰবপোৱা একেবাৰেই আজলা, আঁকৰা, নিচলা, নিমাতী, গোজা লৰাটি হৈয়েই আছে। তাক তুমি কোলাত লৈ চুমা গোটাচাৰেক খাই নাম গাই শুউৱা। লোকে খিয়ালত হে নেয়া বোলে। বোলো ৰব-

গোপাৰ মাক, তোমাৰ লৰাৰ যেনে বিদ্যা হৈছে, তেওঁ কোনোবা দিনা বিদ্যাৰসাগৰ পিতাপ লৈ, মোমাই তামুলী বৰবৰুৱাৰ পুত্ৰ লাচিত বৰফুকনক বৰফুকননীৰে সৈতে লৈ গৈ সাগৰৰ সোঁমাজতে বুৰাই নপালেই মঙ্গল। জানা আজলা লৰাৰ মাক, যদিও তুমি পতিয়াব নোখোজা, তথাপি কওঁ, এই লৰাই আমাৰ কুলত কলঙ্ক সানিলে। হাতী যেন মতহাল, গাহৰি যেন পেটাল, মদপী মানুহ এটা আছে, তাক তুমি কেতিয়াবা দেখিছা কিজানি, সি হল তোমাৰ বৰপুত্ৰৰ লাওপানীৰ বান্ধ। আৰু চোৰ, ভতুৱা, মদাহী গোটাচেৰেক আছে, সিহঁত হল তাৰ লগৰীয়া। তোমাৰ পোৱাই সিহঁতৰ সঙ্গত আমাৰ পিতৃ পিতামহৰ যহ নটাই মচাৰে দিলে। তপত পৌৰ দিন লাগিছে। আমি সকলোৱেৰে আমাৰ পুত্ৰৰ পুণ্যৰ কুলত, ৰাজহংস হৈ এতিয়া মানস-সৰোবৰলৈ বা স্বৰ্গলৈ উৰি যামহঁক, আৰু ভয় নাই। পিতৃ পিতামহৰ বিদ্যা—ক্ষত্ৰিয়বিদ্যা, যা ভাল মানুহে চৰ্চ্চা কৰা শাস্ত্ৰবিদ্যা, নাইবা ৰাজাশ্ৰিকৰ বিদ্যা ইত্যাদিৰ সি এচৰলৈকে নাযায়; দিনেৰাতিয়ে সকু মানুহৰ লগত ঘূৰি ফুৰি চোৰ ডকাইতৰ বিদ্যাহে উপাৰ্জ্জন কৰি ফুৰিছে। সঁচাকৈ কৈছোঁ, সি আমাৰ নাক কটালে। তোমাৰ গৰ্ভতে সি কিয় মৰি নগল।

ভাগী। চকু-লো টুকি। মোৰ লৰাটোৰ কোনে নো মহুহ পালে! উঃ! উঃ!—মই বুজিছোঁ, কোনোবাই তাক আতদি পুৱাই হে তেনে কৰিলে। মোৰ লৰাটোক পিয়াল কৰি কোন শত্ৰুৱে নো এনে কৰিলে!—উঃ! উঃ!! ( চকু-লো টোকে )

লাচিত। (দুৰত প্ৰিয়ৰামৰ মাত শুনি) সেইটো তোমাৰ পুত্ৰৰ মাত শুনিছো নহয়।—সেইটো কোন? প্ৰিয়ৰাম নে?

প্ৰিয়ৰাম। হয় দেউতা মরে।

লাচিত। এই পিনে আহ!

(প্ৰিয়ৰামৰ প্ৰবেশ)

ৰৰকুকনৰী। হেৰ বোপাই, মইনো এইবোৰ তোৰ মাজে কি শুনিবলৈ পাইছোঁ কচোন?

লাচিত। (বৈণীয়েকক) তুমি মনে মনে থাকা; মোকে শুধিবলৈ দিয়াচোন। (প্ৰিয়ৰামক) তই কলৈ গৈছিলি?

প্ৰিয়ৰাম। অলপ ফুৰিবলৈ গুলাই গৈছিলোঁ।

লাচিত। কালি ৰাতিৰ দুপৰলৈকে কত আছিলি?

প্ৰিয়ৰাম। ভাৱনা চাইছিলোঁ।

ৰৰকুকনৰী। হেৰ নোখোৱা নোবোৱাকৈ এই মাঘমহীয়া ৰাতি তই ভাৱনা চাব পাৰ নে? কি বলিয়া লৰা একা! মোৰ নো কি মৰিবৰ দিন হল!

লাচিত। (বৈণিয়েকক তুমি মনে মনে থাকাচোন। মোক শুধিবলৈ দিয়া) (প্ৰিয়ৰামক) হেৰ কি ভাৱনা? কত ভাৱনা?

প্ৰিয়ৰাম। জোকতলিত। বাখাহৰণ ভাৱনা।

লাচিত। আমাক সেই ভাৱনালৈ মতা নাছিল যেতিয়া, তই তালৈ গৈছিলি কিয়?

প্ৰিয়ৰাম। লগৰ লৰা কনচেৰেকে মোক টানি লৈ গল।

লাচিত। আটে কুবি বছৰীয়া মদপী পেটাল সেই গজপুৰীয়া নামেৰে "লবাটোৱে" নে?—নামাত কিয়? হেৰ তই মোক কি ফাঁকি দিবি? মই নাড়ী-নক্ষত্ৰ সোপাকে জানিছোঁ। তই কত থুব, কি কৰ, তাৰ ঙাঁবৰ বাতৰি ঙাঁৱে মই পাই আছোঁ। বাৰু তোৰ চকু দুটা ইমান ৰঙা হৈছে কিয় কচোন?

প্ৰিয়ৰাম। কালি ৰাতি টোপনি খতি হৈছিল দেখি আজি এতিয়া টোপনি আহিছিল, তাতে অলপ মোহাৰি দিছিলোঁ।

লাচিত। বাটত খোজ কাঢ়ি থুৰোতেই টোপনিয়ে তোৰ লগ ধৰিছিল নে? বাৰু, তোৰ মুখত ফটিকাৰ গোন্ধ কিয়?

প্ৰিয়ৰাম! কত্তা! মই দেখোন নাই পোৱা।

লাচিত। ফটিকা পেট স্থমাওতাই নিজৰ মুখৰ গোন্ধ নিজে পায় নে কি?

প্ৰিয়ৰাম। কি জানি দেউতা, মই সেইটো নাজানো।

সুকলনী। বোলোঁ শুনে দিনটো নোখোৱা নোবোৱাকৈ ট-ট-কৰে ঘূৰি ফুৰি তাৰ পিত-পানী উজাৰ থাইছে গোজাইছে, খদি গোজাইছে; মোৰ বোপায়ে লাওপানী কত পাব? মোৰ আজলা লৰাটোৱে নো লাওপানী কাওপানী কি বুজ পায়? হেৰি কিয় নো তাক সেইদৰে কয়?

লাচিত। তোমাৰ লৰা বৰ আজলা; তাৰ পিয়াহ খোৱা দাত সৰাই নাই।

সুকলনী। মোৰ লৰাটোৰ ওপৰত এটাইযে হিংসা। তাৰ নামে

আপোনাক কোনোবাই টুটকীয়া লগাই বং ভোলাইছে, মই বুজিছোঁ। (প্ৰিয়ৰামক) হেৰ বোপাই, তই নো কাৰ কি কৰিলি, চাৰিউকালে যে তোৰ ইমান শত্ৰু হল? আজিৰপৰা তই আৰু বাহিৰলৈ ওলাই নেযাবি, মোৰ বোপাই। ঘৰত মই আছোঁ, তোৰ দুজনী ভনীয়েৰ আছে, তোক যি খাবলৈ লাগে, যি পিন্ধিবলৈ লাগে, যি বা খেমালি কৰিবলৈ লাগে, সকলবোৰ তই ঘৰতে পাবি, মই গঢ়াই দিম। তোৰ নো কিহৰ নাটনি হেৰ?

লাচিত। (প্ৰিয়ৰামক) তই মোমাইতামুলী বৰবৰুৱাৰ ঘৰৰ কুলকলঙ্ক। সৰু মানুহ, দুষ্ট মানুহবোৰেৰে সৈতে তোৰ মতালি! তই আমাৰ বংশত কুলাধম উপজিলি! যা, মোৰ আগৰপৰা গুচি যা! তোৰ মই মুখ নেচাওঁ!

প্ৰিয়ৰাম। (অঠুকাঢ়ি হাতযুৰি) দেউতা মোক ক্ষেমা কৰক। মই কুসঙ্গত পৰি অৱশ্যে এনে অনেক কাৰ্য্য কৰিছোঁ যাৰদ্বাৰা আপোনাৰ অখ্যাতি আহিব পাৰে। কিন্তু দেউতা, সেইবোৰ উতনুৱা চট্‌ফটীয়া চেঙেলীয়া ডেকালৰাৰ অদম্য প্ৰবৃত্তিৰ উত্তেজনাৰ কাম বুলি ভাবি ক্ষেমা কৰক। দেউতা, ইমান জনা শুনা বিজ্ঞ লোক, মইনো আৰু দেউতাক কি কম। আপুনি মোৰ জীৱনৰ গৰাকী, অশেষ ভক্তিৰ পাত্ৰ, পিতৃ দেৱতা, আপোনাৰ আগত সৰহ কথা কবলৈ গৈ মোৰ মূৰ্খতা আৰু আস্পৰ্দ্ধা প্ৰকাশ নকৰোঁ। কিন্তু দেউতা, আপোনাৰ এই অধম সন্তান সম্প্ৰতি কিমানকে অধোগামী নহওক, কিমানকে মতি লাগি বলিয়ন নহওক,

তাৰ গাত ককাদেউতা আৰু দেউতাৰ তেজৰ সোঁত নিশ্চয় আছে; সেই সোঁতক বাহিৰৰ ছাই মাকচিয়ে সদায় ঢাকি ৰাখিব নোৱাৰে। দেউতা, আপোনাৰ এই অধম সন্তানক ক্ষেমা কৰি সময় দিয়ক, এই অধমে কলঙ্কৰ বোজা অচিৰতে দলিয়াই পেলাই দেউতাৰ পুত্ৰৰ যোগ্য ঠাই অধিকাৰ কৰিবলৈ সক্ষম হব।

[ নাচিত বৰফুকনে একো নামাতি উঠি গুচি যায়। ]

ফুকননী। হেৰ বোপাই, তই দেখোন দেউতাৰৰ আগত এইবোৰ বৰ ভাল কথা কলি। তই নো কিয় ভাল নহয়, মোৰ মইনা! তই নো দেউতাৰৰ খং তোলাব কিয়? মই বুজিছোঁ তোৰ অনেক শত্ৰুক। তই আৰু সেই দুষ্ট মানুহবোৰৰ লগ নলবি; এৰি দে মোৰ মইনা। তোৰ ভালৰ নিমিত্তে মই গোসাঁই ঘৰত বৰ সবাহ পাতিবলৈ আগ কৰিছোঁ। মোৰ মুখকে খাৱ, আজিৰপৰা তই ভাল হ, আৰু সেই দুষ্ট মানুহবোৰৰ লগ লৈছ বাদ, এৰি দে। ( মুখত হাত ফুৰাই ) তই ভাল হ, মোৰ মইনা, আৰু দেউতাৰৰ খং নোতোলাবি।

---

জীৱ-কাপোৰ।

# দ্বিতীয় অঙ্ক।

## প্ৰথম দৰ্শন।

স্থান—গজপুৰীয়াৰ ঘৰ।

কাল—ৰাতি সন্ধ্যা লাগি ভগাৰ পিছত।

( প্ৰিয়ৰাম, গজপুৰীয়া, সিদ্ধিৰাম, চকৌ, টোকোৰা, জপৰা )

গজপুৰীয়া। ডেকাফুকন বোপা, মছলমানৰ সৈতে তো যুদ্ধ লাগিল। তোমাৰ দেউতাৰ ডাঙৰীয়া সেনাপতি হৈ গল। তুমিও লগে কাইলৈ যাবা। এতিয়া গজপুৰীয়াৰ কি গতি কৰিবা?

প্ৰিয়ৰাম। গজপুৰীয়াকো এহেজাৰ কাঁড়ীৰ ওপৰত হাজৰিকা পাতি যুদ্ধলৈ লৈ যাম।

সিদ্ধিৰাম। তেনে বেছ হব; আমাৰ সৈন্যবোৰৰ আগত গজপুৰীয়া ককাইক ধাৰ-পৰ্ব্বত কৰি থিয়কৈ থৈ দিলহঁক, তেনে-হলে তেওঁৰ গা এৰাই আৰু ইফালে বন্দুকৰ গুলি কাৰ একো আহিব নোৱাৰে। এইটো ডেকাফুকন ডাঙৰীয়াই বৰ বুদ্ধিৰ কাম কৰিব খুজিছে।

চকৌ। সঁচাও কওঁ, বৰ বুদ্ধিৰ কাম হৈছে। তেতিয়া হলে আমি এই পৰ্ব্বতৰে আঁৰ লৈ, বাঁহৰশলি যেন সিদ্ধিৰাম ককাইক আঁৰ কৰি লৈ আমাৰ ধেনুত লগাই বন্দুকৰ গালৈ মাৰি পঠিয়াব পাৰিম।

টোকোৰা। আৰু টকৌকো বাঙলুগুটি কৰি মাৰি পঠিয়াব পৰা যাব।

ৰূপৰা। মই হলে আঁৰ-পৰ্ব্বতৰ আঁৰৰপৰা ওলাই, টোকোৰাৰ মুৰটো কাটি এহাতে ঢাল-বান্ধ কৰি লৈ, সিহাতে খাণ্ডাৰে বঙ্গালেৰে সৈতে যুজিম।

টোকোৰা। ও পাৰিবি, যদি তোৰ খোৰাভৰিৰ ওপৰত ভৰদি থিয় হৈ থাকিব পাৰ।

গজপুৰীয়া। ভেকাফুকন বোপা, সঁচা কৈয়ে তুমি মোক হাজৰিকা পাতি যুজ লৈ নিবা নে?—নাই ধেমালি হে কৰিছা?

প্ৰিয়ৰাম। মই ধেমালি কৰা নাই। দেউতাই মোকো এদল বণুৱাৰ সেনাপতি পাতি যুজ লৈ যাবলৈ হুকুম দিছে। মই দেউ-তাক কৈছিলোঁ, বোলোঁ গজপুৰীয়াকো এদল বণুৱাৰ হাজৰিকা পাতি যুজলৈ লৈ যাম। দেউতাই হাঁহি মনে মনে থাকিল, একো আপত্তি নকৰিলে। আন গজপুৰীয়া, দেউতাক মই সোৰৰবাৰে ক্ষেমা প্ৰাৰ্থনা কৰি আগলৈ ভাল হম বুলি সৈ কাঢ়িলত, দেউতাই মোক ক্ষেমা কৰিলে। এতিয়া আগৰদৰে নহয়, দেউতাই মোক ভাল পাইছে। এতিয়া সেইদেখি তই, টকৌ, টোকোৰা, সিদ্ধিৰাম, ৰূপৰা, আমি এটাইবোৰ যুজলৈ যামহঁক! মোৰ মতলব,—আমি দেউতাক দেখুৱাই দিমহঁক যে আমি লাওপানী খাই হুৰামুৰা চিঁয়ৰ বাখৰ কৰি ফুৰিব যেনেকৈ পাৰোঁ, নিজৰ দেশ ৰক্ষাৰ নিমিত্তে সেইদৰে যুজিবও পাৰোঁ।

গজপুৰীয়া। (ৰবৈকৈ হাঁহি আনন্দ প্ৰকাশ কৰি টিলিকিয়াই হেঁকাই টিলিকি যাওঁ! টেকেলিয়ে টেকেলিয়ে লাওপানী খাওঁ!!

জপৰা। গজপুৰীয়া কাইৰ ইমান আনন্দটো কিহৰ বাবে হৈছে?

টোকোৰা। মৰিবলৈ পাব বুলি।

গজপুৰীয়া। ঢেঁইক্ কটা আপদীয়া! বোলোঁ কোন মৰিব? গজপুৰীয়া?—তইঁত ইমানবোৰ থাকোঁতে? মৰা-জকাত তইঁত হে; তাত গজপুৰীয়াক নেপাব।

সিদ্ধিৰাম। তেনেহলে ইমানটো ৰং কিহৰ বাবে বা কৈছে?

প্ৰিয়ৰাম। দীৰ্ঘদৰ্শী গজপুৰীয়াৰ কথাৰ মৰ্ম্ম তইঁতৰ বুজিবৰ শকতি নাই। মই বুজিছোঁ।

সিদ্ধিৰাম। কওকচোন কওক?

প্ৰিয়ৰাম। সি যুদ্ধলৈ গলে, মৰা সেনাৰ গাৰ কাপোৰ কানি ৰূপবান চুৰকৰি গোটাই আনিবলৈ পাব দেখি।

গজপুৰীয়া। ডেকাবুকন বোপা, তুমি বৰ গিয়ান। লোকৰ পেটৰ কথাটোও টানি উলিয়াব পাৰা। (এটাইকেটাই হাঁহে) কিন্তু বোপা, গজপুৰীয়ানীকো লগত লৈ যাব লাগিব।

টকৌ। গজপুৰীয়ানীক লগত কিয়? তেওঁ যুদ্ধ কৰিব নে?

প্ৰিয়ৰাম। বুজা নাই হবলা? তাই লগত নাথাকিলে, চুৰ কৰা বস্তুৰ টোপোলা কোনে বৈ আনিব? সিতো তাৰ বৰ পেটৰ ভনাতে অদিহৰ। (এটাইকেটাই হাঁহে)

গজপুৰীয়া। তাৰ উপৰি, মোৰ. পিছে পিছে লাওপানীৰ টেকেলি লৈ ফুৰিব কোনে? লাওপানী একোচোকা খাই না থাকিলে যুজিমহঁক কেনেকৈ ?

[ এটাইকেইটাই কিৰিলি মাৰি কাহে, আৰু "লাওপানী" "লাওপানী" কৈ চিঞঁৰে। ]

( গজপুৰীয়ানীৰ লাওপানী লৈ প্ৰবেশ )

গজপুৰীয়ানী। মই ডেকাফুকন বোপালৈ হে লাওপানী আনিছোঁ, তোমালোক মদাহীখনলৈ নহয়। ( প্ৰিয়ৰামলৈ চেনেহৰ চকুৰে চায় )

গজপুৰীয়া। ( গজপুৰীয়ানীৰ গুৰিলৈ উঠি গৈ পাক দি নাচি ) বোলোঁ—

বসন্তী কাচনমতী।
ডেকাফুকনৰে ৰঙ্গীবিতি॥
গজপুৰীয়া বাহী হল।
নকুলালৈ তোমোৰী গল॥

বোলোঁ সখি, গজমতি! মোৰ প্ৰতি ইমান নিৰ্দ্দয় কিয়? বোলোঁ লৌহটি পখিলাক ধৰিব নোৱাৰ; এই বুঢ়া বুঢ়কৰ পিঠিত বহি হে ডুব্ ডুব্ ডুব্ ডবক বজাবলৈ পাবি, ঠিক জানিবি।

টকৌ—

"কানুৰ পীৰিতি বালিৰ বাঁধ।
খণে হাতত কৰী, খণেকে চান্দ ॥

গজপুৰীয়া —

( এই ) বুঢ়াৰ পীৰিতি শিলৰ খুটি।
পোতগৈ আছে পতাল খুটি ॥

প্ৰিয়ৰাম। চুপ্ ৰও গোবৰৰ পৰ্ব্বত! বেছিকৈ নবকিবি!

গজপুৰীয়া। এই গোবৰৰ পৰ্ব্বততো গজপুৰীয়ানী যেন পদুম ফুল পাহি ফুলিছে, যাক দেখি লৰা ডেকা বুঢ়া সকলোৱে খুব আচন্ত্ৰায়।

টকৌ। বেঁচাৰ হিংসাত টোপনিও নাই!

গজপুৰীয়া। শিয়ালে টকৌ গুটিও নেখায়।

প্ৰিয়ৰাম। চুপ্! চুপ্! গজপুৰীয়ানী, তুমি যদি ইয়াৰ কাণ দুখন মোহাৰি দিয়াহেঁ।

( গজপুৰীয়ানীয়ে গজপুৰীয়াৰ কাণ মলে )

গজপুৰীয়া। উস্ উস্ টান পাইছোঁ! বোলোঁ টানকৈ নো মোহাৰিবি প্ৰিয়া! তাৰ পৰা তেল ওলাব।

টৌকোৰা। তেল নোলায়, তেল ওলাব।

টকৌ। ঠিক কথাষাৰো কব নোৱাৰ, কব মূৰ্খ এইখন! ক—লাওপানী ওলাব।

( এটাইকেটাই হাঁহে আৰু লাওপানী খায় ,

প্ৰিয়ৰাম। ভেন্তে এইটো ঠিক হল যে, কাইলৈ তইঁত এটাই-কেটাই যুজলৈ যাবলৈ সাজু হৈ থাকিবি। তইঁতক লৈ যাবলৈ মই সকলো বন্দবস্ত কৰি থৈছোঁ।

গজপুৰীয়া। ভেকাকুকন বোপা, মই কি পিন্ধি উৰি যাম? মোক হাজৰিকাৰ পাগ-জামা লাগে।

প্ৰিয়ৰাম। বোলোঁ হাতীৰাম হাজৰীকা, তই বিয়া কৰাবলৈ ওলাইছ নে কি, যে তোক পাগ-জামা লাগে?

গজপুৰীয়া। কোনে জানে? মোৰ ঘৰৰ ঘৈণীজনীৰ মতি-গতি যেনেহে দেখিছোঁ, কিজানি যুজৰ পথাৰতে মোৰ ন-কৈ জেংনকুৱা কিবা বিয়া চিয়া এখনকে পাতিব লগীয়াত পৰোঁৱেই?

টকৌ। ঝাৱনৰ বৰ চিলৈ এজনীৰে সৈতেই আমাৰ হাজৰি-কাৰ বিয়া পতা যাব। সেইজনী কইনায়ে চুপ্ চুপ্কৈ আমাৰ হাজৰিকাৰ বৰ পেটত চুমা খাব।

[ গজপুৰীয়ানীয়ে প্ৰিয়ৰামক চুৱন টুবীওৱা তামোল দিয়ে। দুইখন প্ৰিয়ৰামে একে বেলিয়েই মুখত ভৰায়। ]

টোকোৰা। ( গজপুৰীয়ানীক ) বোলোঁ আমাক নিদিলা কেখোন?

সিদ্ধিৰাম। আমাক নিদিলেও, আমাৰ গজপুৰীয়া কাইকো৷
তো এখন দিব লাগিছিল।

গজপুৰীয়া। এ আমাৰ কথানো কি কবা দেওকে, বোলোঁ সান্দহ-খোৱা বালি জল যায় যায় হৈছে।

টোকোৰা। জল যাব খোজা নাই, বালিৰ ওখ চাপৰি হে পৰিব খুজিছে।

প্ৰিয়ৰাম। ( থুত্কুৰিয়াই মুখৰ তামোল পেলাই ) বোলোঁ, আজি তামোলত কিহৰ গোন্ধ? কিবা পোক-জোক আছিল্ হবলা।

টোকোৰা। পোক কত থাকিব, আছিল যদি মৰম আছিল।

টকৌ। মৰমৰ আহ্লাদিও হব পাৰে।

গজপুৰীয়ানীৰ মুখ বন্ধা পৰে )

প্ৰিয়ৰাম। পানী এলোটা আনাচোন, কেগতে মুখখন ধুই পেলাও, কিবা খৰক্ খৰককৈ দাঁতত লাগিছে, চুণত বালি কি শামুকৰ টোকোৰা আছিল হবলা।

( গজপুৰীয়ানীয়ে পানী আনি দিয়ে, প্ৰিয়ৰামে মুখ ধোৱে )

গজপুৰীয়া। নতুন মৰমৰ টোক বৌছ। সেইদেখি জাকিলে ৷

( টকৌৱে গায় )

ন মৰমৰ　　নতুন টোকে
জিভা জাকি যায়।
পুৰণি হেনেহ　　পকা যদিব

সমান কতো নাই॥

নিবাণ নহবা পুৰণি প্ৰেমধৰ,

কুঁহিয়াৰ-বাৰীৰ গিৰী।

তগা চকোৰা বাণ্ডি লোৰ্বা

( আকৌ ) মৰমৰ দেখিবা চিৰী॥

প্ৰিয়ৰাম। আজিলৈ আমাৰ সবাহ ভাগিল। কাইলৈ সকলো ৰাবলৈ সাজু হৈ থাকিবি।

গজপুৰীয়া। মোৰ গজপুৰীয়ানীও যাব তো ?

প্ৰিয়ৰাম। যাব।

( চকোৰে গায় )—

গীত।

উঠা অসমীয়া উঠা কাছি পাৰি।

ৰজা প্ৰজা উঠা বুকু ডাঠ কৰি॥

অসম মাতৃৰ হকে কৰোঁ ৰণ।

দেশ ৰক্ষা কৰোঁ কৰি প্ৰাণপণ॥

( এটাইকেটাই উঠি গায় )

বঙ্গালক বঙ্গালক বঙ্গালক মাৰোঁ।

বঙ্গালক লোণকোহ নৈ পাৰ কৰোঁ॥

জয় ৰাম বোলা ; জয় হৰি বোলা ;

জয় জয় হৰি।
খেদি নিও কঙালক খেদি নিও কঙালক,
আহ, আহ, দূৰ কৰি॥

[ গজপুৰীয়ানীৰ বাহিৰে আন কেজনৰ প্ৰস্থান।

গজপুৰীয়ানী। ( স্বগত ) মোৰ আহ্লাদিত জেঙাহে লাগিল। তামোলৰ আহ্লাদিয়ে নেফালিলে। পানীত দিব পৰা আহ্লাদিহে সুবিধা হব। আলতী বাইৰ ওচৰলৈ যাওঁ, এইবাৰ লাওপানীত গম নেপোৱাকৈ মিহালই দিব পৰা এটা জুলিয়া আহ্লাদি খুজি আনি থওঁ।

প্ৰস্থান।

## দ্বিতীয় দৰ্শন।

স্থান—শাঁইবাৰীৰ যুদ্ধক্ষেত্ৰ।

কাল—যুদ্ধৰ ঠিক আগতে।

লাচিত বৰফুকন, ভকত ৰাম ওজা, আৰু যুদ্ধলৈ সাজু হৈ থকা সৈন্যবোৰ।

বৰফুকন। ( সৈন্যবোৰলৈ চাই ) বণুৱাসকল! সৰ্গদেৱৰ আজ্ঞাত আমি আমাৰ আসামদেশ শত্ৰুৰ হাতৰপৰা ৰক্ষা কৰিবৰ নিমিত্তে এই যুদ্ধ কৰিবলৈ আহিছোঁ। এতিয়া আমি ভয় ভ্ৰান্তি আৰু আন চিন্তা ভাবনা সকলোকে পৰিহাৰ কৰি আমাৰ কৰ্ত্তব্য সাধন কৰিব লাগে। ঈশ্বৰে আমাক জয় যুক্ত কৰিব। সমুখ যুদ্ধলৈ আগবাঢ়াহঁক!

( সৈন্যবোৰে একেলগে হৈধ্বনি দিয়ে )—জয় সৰ্গদেও চক্ৰধ্বজ সিংহৰ জয়! জয় লাচিত বৰফুকনৰ জয়! জয় অসম মাতৃৰ জয়! জয় ৰাম বোলা! জয় হৰি বোলা!

ভকতৰাম ওজা। ( আগবাঢ়ি আহি সৈন্যবোৰৰ ফালে চাই, সুৰধৰি গায় )—

অসমৰ যোদ্ধাসৱ শুনা মোৰ বাণী।
স্বদেশ স্বধৰ্ম্ম ৰক্ষা কৰিয়ো ঐসানি॥
একো একো বীৰ তোৰা পৰ্ব্বত পৰায়।
আছোক ধৰন দেখি শত্ৰুলো ডৰায়॥
আগবাঢ়া শত্ৰুনাশা কৰি অসিমুৰ।

বিপক্ষ বাহিনী এতিক্ষণে হৌক চুৰ ॥
পদৰ ভৰত মহী হৌক টলমল ।
দিল্লিৰ পাটচাৰ সেনা যাওক ৰসাতল ॥
তোমাসাৰ সুতীক্ষ্ণ শনাইত অস্ত্ৰ-ধাৰে ।
উষ্ণীষে সহিতে মুণ্ড উৰোক ইঠাৰে ॥
প্ৰচণ্ড বায়ুৱে উৰায় তাল বৃক্ষ মুণ্ড ।
সেহিমতে শত্ৰু সেনা কৰা লণ্ডভণ্ড ॥
দেৱৰ নিবাস ইটো কামপীঠ ভূমি ।
তোমা সব বীৰ আত আৰ্তাহা জননি ॥
দেখোক প্ৰতাপ আজি সুৰাসুৰ লোকে ।
অমৰৰ যশ যাওক বৈকুণ্ঠ গোলোকে ॥
ম'ৰা-সিংহাসন আউৰংজীৱৰ লৰোক ।
আতঙ্কত পাটচাৰ নিদ্ৰা নাআসোক ॥
উজীৰ নাজিৰ চুবাদাৰ সবে বসি ।
বখানক অসমৰ বীৰ্য্য কিমবিধি ॥
দেৱাঙ্গনাসবে শিৰে বৰষোক ফুল ।
"জয় জয় আসাম !" দুন্দুভি কৰোক ৰোল ॥
হয়গ্ৰীৱ মাধৱে শ্ৰীৱাক তুলি ৰঙ্গে ।
আনন্দে হৈলনি পাৰি মিলোক প্ৰসাদে ॥
কামাখ্যা গিৰিৰ উচ্চ শিখৰৰপৰা ।
বহিয়া আসোক আশীৰ্ব্বাদৰ নিজৰা ॥

উমানন্দে মহানন্দে ত্ৰিশূলক ধৰি।
তাণ্ডৱ কৰোক নৃত্য বম বম কৰি॥
সন্ধ্যাচল পৰ্ব্বতত বসি সূৰ্য্যদেৱে।
অস্তমিত শত্ৰুবীৰ্য্য সংহৰিয়া লৱে॥
কধিৰ লোতকে তিতে পশ্চিম গগন।
দেখা দেখা হেৰা অসমৰ যোদ্ধাগণ॥
• শুভক্ষণ ইটো আসি মিলিছে সাক্ষাত।
হুঙ্কাৰ ছাড়িয়া শত্ৰু কৰাঁহা নিপাত॥
( সেনাবিলাকে উচ্চাৰণ হৈ হৈ-ধ্বনি দিয়ে )

জয় চক্ৰধ্বজ সিংহ স্বৰ্গদেৱৰ জয়! জয় লাচিত বৰফুকনৰ জয়! জয় আসামৰ জয়! জয় হৰি বোলা! জয় ৰাম বোলা!

---

## তৃতীয় দৰ্শন।

স্থান   গুৱাহাটী, বৰফুকনৰ কোঠ, ঘৰৰ ভিতৰ।

কাল — ৰাতি, যুদ্ধৰ পিছত।

( লাচিত বৰফুকন আৰু প্ৰিয়ৰাম )

লাচিত। বোপা প্ৰিয়ৰাম, আজিহে তোৰে সৈতে মোৰ পিতা-পুত্ৰৰ সমন্ধ ঘটিল। তোৰ বীৰত্ব, তোৰ সাহ, তোৰ যুদ্ধ কৌশল, দেখি মই পৰম সন্তোষ পাইছোঁ। আজি হে মোৰ মনৰ দুখ গুচিল। ইমান দিন ভাবিছিলোঁ, ভাল আমৰ পুলি একবাৰিত গজিছিলি বুলি, আজি দেখিলোঁ সি নহয়। ঈশ্বৰে তোৰ মঙ্গল কৰক। তোৰ গৰ্ভধাৰিণী মাৰৰ গৰ্ভকষ্ট সাৰ্থক। [ প্ৰিয়ৰামে দেউতাকক আঠুকাঢ়ি সেৱা কৰে। ] তোৰ মাৰলৈ তোৰ বীৰত্বৰ কথা লেখি মই চিঠি পঠিয়াইছোঁ। মাৰে শুনি বৰ সন্তোষ পাব। বোপা, আমাৰ বংশ ডুবঁায়া অৱস্থাৰ পৰা উঠা। সেই-ৰ্থি আমোদ আহ্লাদতে সময় কটোৱাটো আমাৰ বংশৰ উপযুক্ত কাৰ্য্য নহয়। তই নিজেই দেখিছ, দিনেৰাতিয়ে মই কি পৰিশ্ৰম কৰোঁ। আমাৰ বংশক ভিকহু নগণ্য অৱস্থাৰপৰা তোৰ ককাৰে কেনেকৈ ডাঙৰ কৰি সকলোৰে শিৰৰ মুকুট কৰিলে, তই তালৈকে নাজানিব পাৰ, সেইদেখি তাৰ বৃত্তান্ত চমুকৈ আজি তোৰ আগত কওঁ শুন ;—নৃপৰাশন আহোম বংশত তোৰ ককাৰ মোমাই-

তামুলী ঘৰতকৰাৰ জন্ম হয়। তেওঁ অতি দৰিদ্ৰৰ সন্তান আছিল। তেওঁ সৰুতে মাক বাপেকক হেৰুৱাই, অনাথ হৈ, বহুত ঠাইত সাগৰি, শেহত গড়গাঁৱৰ গণক এঘৰত আশ্ৰয় লৈ আছিল গৈ। তেতিয়া তেওঁৰ বয়স ২০।২৫ বছৰমান হব। পূৰ্ব্বে আসামত ৰজাৰ নগৰৰ বাহিৰে ইতৰ মানুহৰ চাপ-মৰা বাৰী নাছিল। তোৰ ককাৰে নিজৰ বুদ্ধিমতে গণকৰ বাৰী মেৰাই সুন্দৰকৈ চাপ মাৰি টাটি-চকোৰা দি, এখন ফুলৰ বাগিচা কৰি, ঘৰ-বাৰীত কু-মাৰি ভাত পাব পৰা কৰিছিল। গণকৰ ঘৰ-বাৰী তেওঁ এনে চকুত-লগা কৰিছিল যে নাটকৰাইও এবাৰ বৈ সেই ঘৰ-বাৰী চাই গৈছিল। এদিন বুদ্ধিস্বৰ্গনাৰায়ণ ৰজাই শেন মেলা চাবলৈ হাতীৰে সেইপিনে যাওঁতে, গণকৰ ঘৰ-বাৰী তেনে বিতাপন দেখি, সেই ঘৰ-বাৰী কাৰ বুলি সুধি, গণকৰ বুলি শুনি, গণকক মতালে। ৰজাই মতোৱা শুনি গণক ভয়ত তৎনাইকিয়া হল, তেওঁ কিবা জগাৰ লগালে ভাবি। গণকে কঁপিজপি আহি ৰজাৰ আগত আঠুলত, ৰজাই তেওঁক সুধিলে "বাপু, তুমি কাৰ হতুৱাই নো তোমাৰ ঘৰ-বাৰী এনেকৈ চকুত-লগা কৰাইছা?" গণকে জনালে "স্বৰ্গদেও, মোৰ ঘৰত মোমাই নামেৰে দুখুৰাখনিয়া লৰা এটা আছে, সেইটোৰ হাতে কৰা।" ৰজাই মোমাইক মতাই অনালে। দেউতাৰ গোপোৰা-দুপুৰি গাত ভৰি, বহল কপাল, উজ্জ্বল চকু আৰু আটিল গা দেখি ৰজাৰ তেওঁত মৰম সোমাই "লৰাটো মোক দিয়া" বুলি গণকক কৈ ধন বস্ত্ৰ দি তুষ্ট কৰি দেউতাক লগত লৈ

আৰু এখন গাঁৱৰ মানুহ আন গাঁৱলৈ বস্তু বিচাৰি যাব নগলা কৰি সকলোকে নিজ নিজ বাৰীত শস্য কই লবৰ নিয়ম কৰি দিলে; গাঁৱৰ সামান্য জগৰ ভাঙিবৰ নিমিত্তে গাওঁবাৰিক, বৰা, শইকীয়া, হাজৰিকা পাতি দিলে; ৰাজমন্ত্ৰীৰ শোধৰ নিমিত্তে ডাঙৰ ডাঙৰ জগৰবোৰ হে ৰাখিলে। প্ৰজাবোৰক পৰিশ্ৰমী কৰাবৰ নিমিত্তে গধূলি মাইকীজনীয়ে পতি খটা সূতলাতি পকাই, আৰু মতাই চালনী, কুলা, প্ৰভৃতি বৈ গাওঁবাৰিকক দেখুৱাবলৈ আজ্ঞা প্ৰচাৰ কৰি দিলে। এই আজ্ঞামতে কাম নেপালে, গাওঁবাৰিকে, বৰা শইকীয়াৰ আগলৈ জগৰীয়াক নি চাইটা চাইটা কোৰ মাৰিবৰ নিয়ম লগাই দিলে। নগৰৰ সৌষ্ঠৱ আৰু নগৰ ৰক্ষাৰ নিমিত্তে নানা শিল্পকৰ, কাৰি, খাংকৰ্টিং, হিলৈদাৰী প্ৰভৃতি ৰাখিলে। তেওঁ সকলৰ দুখৰ কথা সুঁৱৰি অনেক দৰিদ্ৰ অনাথ মানুহক ভাবিছিল। তেওঁৰ সুশাসনৰ গুণত প্ৰজা বৃদ্ধি হৈ পৰ্বতৰ কাষলৈকে মানুহ বহি মহাসুখে নিৰাপদে কাল কটাই-ছিল। এতেকে বোপা প্ৰয়ৰাম, এইটো তুই নেপাহৰিবি যে তুই এনেজন লোকৰ নাতি।—যাওক, সেই কথা। আজি আমি যুদ্ধত জিকিছোঁ যদিও, এনেটো ভাবিলে ভুল হব যে আমাৰ বিপদ গল। বৰং বিপদৰ আচল মাজত হে আমি এতিয়া প্ৰবেশ কৰি-ছোঁহক। ইয়াহঁতেও ডাঙৰ যুদ্ধ আহিব লাগিছে। সেইদেখি বোপা তুই যা, সকলোকে ক-গৈ, কোনেও যেন যুদ্ধ জিকিলোঁ বুলি গা ঢিলা নিদিয়ে। চৈয়দ চানা আৰু ফিৰুজখাঁক কাটলৈ

পুৰাই গৰগাৱলৈ স্বৰ্গদেৱৰ ওচৰলৈ পঠিয়াই দিবৰ দিহা কৰিব লাগে।

'প্ৰয়ৰাম। দেউতাৰ আদেশ মতেই কাম হব।

[ প্ৰস্থান।



কৰি এৰি গুচি গল ঐ! মই নো কলৈ যাওঁ, কি কৰোঁ এতিয়া, মোৰ ডেকাকুঁৱৰ ডাঙৰীয়া লোপা মোক কোৱাঁচোন ঐ!

প্ৰিয়ৰাম। কি হৈছে, নাকান্দিবা, নাকান্দিবা আৰু। আমাৰ গজপুৰীয়া ৰণত মৰিল নে কি?

গজপুৰীয়ানী। নাচাই নো কিয় ডাঙৰীয়া লোপা, সেইটো মোৰ গজপুৰীয়া মৰা বগৰা তুটাৰ মাজত পৰি মৰি আছে। মোৰ হিয়াই কালি আগ-বাঢ়িয়েই ঢকাল তৰপা, উপচি ভাৰাকাৰ হল! হৰি হৰি গা শিল যেন চেচা হল!

প্ৰিয়ৰাম। (ওচৰ চাপি আহি, দাগলৈকে গুমুনিয়াহ কাঢ়ি) হয়, আমাৰ গজপুৰীয়াই হয়। অনেক দিন মানুহটোৰ লগত মই বৰ ধেমালি কৰি কটালোঁ! আৰু গজপুৰীয়াক নাপাওঁ! ঈশ্বৰৰ গাত যত দোষকে পাওক, কিন্তু এনেটো মানুহ আৰু নহব। যদিও গজপুৰীয়া তোৰ অনেক কাম আচৰণত কেতিয়াও মই অন্তৰেৰে সৈতে সমৰ্থন নকৰিছিলোঁ, তথাপি মৃত্যুত তোৰ গাত কি এটা গুণ আছিল, কি এটা আকৰ্ষণ কৰিব পৰা শক্তি আছিল কব নোৱাৰোঁ, সেই কাৰণেহে মই বৰ পাইছিলোঁ, তোৰ লগ এৰিব নোৱাৰিছিলোঁ!—যা গজপুৰীয়া যা! তই স্বৰ্গলৈ যা। তই স্বদেশৰ অৰ্থে যুদ্ধত প্ৰাণ দিলি, তোৰ সুখ্যাতি সদায় থাকিব। তোক মই সচাঁসচিকৈয়ে সদায় ভয়াতুৰ কাপুৰুষ বুলি ভাবিছিলোঁ; এতিয়া বুজিলোঁ সেইটো মোৰ ভুল।—গজপুৰীয়ানী, তুমি আৰু শোক নকৰিবা, তোমাক চিৰকাল পোহাৰ

ভাৰ মোৰ ওপৰত থাকিল।

গজপুৰীয়াই হঠাৎ পাগুৰি দি, শৰ দুটাৰ মাজৰপৰা এঁকে চাবেই উঠে!
প্ৰিয়ৰাম, গজপুৰীয়ানী আৰু টকৌ অবাক হৈ ৰ-লাগি থাকে।

গজপুৰীয়া। টকৌ তই সাৰ্থী! গজপুৰীয়ানী তই সাৰ্থী থাকিলি! ডেকাফুকন বোপাই মই কেনে সৰব-গুণী বিভোপন সাধু বাৰ পুৰুষটো, সেই সম্পৰ্কে এতিয়াই তইঁতৰ আগতে যিবোৰ কথা কলোঁ সেইবোৰ তইঁতে নিজ কাণেৰেই শুনিলি! তইঁত সাৰ্থী থাকিলি, পিছত যেন তেওঁ আৰু কথা সলাব নোৱাৰে। আৰু মোৰ মানুহজনীক তেওঁ চিৰকাললৈকে পুহিবলৈ পাতিলোচ সেইটোৰো সাৰ্থী তইঁত থাকিলি। ইয়াৰ পিছত তেওঁ মোক মূৰ্খ, চোৰ, ডকাইত, মিছলীয়া আৰু বেয়া বুলিব নোৱাৰে, আৰু আনে বুলিলেও মই নেথিম।—তুলাপাত বা সাঁচিপাত এখন নাইনে ইয়াত কতো, পাৰ তো বিচাৰি আন, মই তেওঁৰ কথাবোৰ তাত লেখি লৈ তেওঁৰ এতিয়াই চহি লওঁ, একেবাৰেই সেইবোৰ আগ-লৈকে পকা হৈ থাকক।

প্ৰিয়ৰাম। লাঠুৱা! ফাকিদাৰ! কাণ-কটা নিধক! তই নমৰাকৈয়ে মৰ-ভাও ধৰি পৰি আছিলি? তেৰ ধূৰ্ত্ত শিয়াল! তই এনেকুৱা কৰিছিলি কিয়?

গজপুৰীয়ানী। (গজপুৰীয়াক) সি হব নোৱাৰে। নোলোঁ তুমি জীব নোৱাৰা, মই নিদিওঁ জীব। অ, তামোচা পাইছা:

হকলা! মোৰ ইমানখন কান্দোনকাটোন সোপাই অথলে যাব নে কি? সি হব নোৱাৰে, মই নিদিও যাবলৈ। মই কেনে-কুৰ্না আছিলো তোমাক দেখুৱাম! মৰাঁ! মৰাঁ! ৰোলোঁ আকৌ এতিয়াই মৰোঁ! মৰিব লাগিব, আজি এৰণ নাই! উস্ ভামোচাটো চোৰাঁইকচোন, মই ইমানখন ইনাইবিনাই কান্দিলোঁ-কাটিলোঁ, কান্দি-কাটি ভাবাসাস্থি হলোঁ, এতিয়া এইদৰে এও সোপাকে ভ্ৰষ্ট কৰিবলৈ? অ সদায় ধেমালি কৰি কৰি চল পাইছা হকলা? আক গজপুৰীয়ানীক বলে নোৱাৰাঁ। মই যদি আয়ুৰ্বা হও, আজি তোমাক শুদাই নেৰোঁ। (হাতত ধৰি টানি) মৰাঁ, মৰাঁ, এতিয়া আকৌ মৰাঁ, মৰিবই লাগিব। উস্ চোৱাঁ-চোন, মোক লোকে সদায় পোত-পাল দি থাকিবলৈ গাত লয়, আক এও মৰাৰপৰা দপদকাৰে উঠি সকলো ভ্ৰষ্ট কৰে! এনে অইনাই কত দেখিছা কত শুনিছা?

'প্ৰৱৰৰ আক টকোৰে বুখত কাপোৰৰ সোপা দি হাতে

গজপুৰীয়া। বোলোঁ হেৰ এইজনী, তই নো কি ভয় খাইছ? ভেকাকুকন ৰোপাই তো তোক সদায় পুতি থাকিবলৈ গাত লৈছে— তেহেলৈ মই মৰোঁ বা নমৰোঁ। মই দেখোন এতিয়াই সেই কথাৰ সাখী ৰাখিলোঁ, তইচোন দেখিলি। ককবাৰ আহমোকজনী! তোৰ কান্দোন-কাটোনবোৰ অথলে যাব বুলি ভয় খাইছ কেলৈ? মইতো এবাৰ মৰিব লাগিবই; মই আকৌ মৰিলে তই এতিয়া

কন্দাবোৰেৰেই তেতিয়া কাম চলিব, আৰু ন-কৈ কান্দিব নেলাগেই। বোলোঁ। তোৰ কাম সপ্তাহে কৈ থাকিল।

প্ৰাণৰাম। বাৰু গজপুৰীয়া, কাচোন, তই এইদৰে মিছাকৈ মৰাৰ ভাও ধৰি মৰা মানুহৰ মাজত পৰি আছিলি কিয়? কাচোন, মোক নাভাণ্ডিবি।

গজপুৰীয়া। (মূৰত আঙুলি দি) বোলোঁ। বুধি, বুধি; তোমালোকে গজপুৰীয়াক কম মানুহটো যেন দেখিছা নে কি? গজপুৰীয়াই বুধিৰে গোটাইখন আসাম দেশ কিনি লব পাৰে।

প্ৰাণৰাম। কি বুধি কৰিছিলি কাচোন?

গজপুৰীয়া। শুনা তেন্তে। ইয়াকে বোলে ন-কৈ হাজ-বিকাৰ পিতাপ পোৱা গজপুৰীয়াৰ কেৰামতি।—গজপুৰীয়া হাজ-বিকাই এই বুঢ়া গাৰেই তেওঁৰ একেজাৰ কাঁৰী লৈ, পাঁচ হেজাৰ মান বঙালৰ চিপাহীৰে ভয়ামযা ৰণ কৰিছিল। গজপুৰীয়াৰ সেনাই একাষৰপৰা বঙালৰ সেনাক কলগছ কটাদি কাটি নিবলৈ ধৰিলে। বঙালৰ পাঁচ হেজাৰ চিপাহীৰ আঠকুৰি মানহে বাকী আছিল গৈ, এনেতে বঙালৰ মিকণ্ঠা নে মিকণ্ঠা সেনাপতি, আৰো দহ হেজাৰ চিপাহীৰ সৈতে গজপুৰীয়াৰ একেজাৰৰ ওপৰত পৰিল। আমাৰ বগুৰা ইমানটো ডাঙৰ ওচা চম্ভালিব নোৱাৰি হঁকিবলৈ ধৰা দেখি, তোমাৰ গজপুৰীয়া হাজবিকাই হাতত তৰোৱাল লৈ আগবাঢ়ি গল। বোলোঁ। সৰহ নকওঁ, পাঁচ শ বঙালক গজপুৰীয়াই অকলৈ কচুকটা দিলে। এনেতে সেই মিকণ্ঠা নে মিকণ্ঠা

গজপুৰীয়াৰ সন্মুখ হৈছিল। তেতিয়া গজপুৰীয়াৰ মহা আনন্দ। সিকচুৰ্ণা যে মিকচুৰ্ণাক নামাৰি বন্দী কৰি আমাৰ স্বৰ্গদেৱৰ আগত দিবলৈ তেওঁৰ ইচ্ছা হল। যেই ইচ্ছা সেই কাম। তেওঁ তাৰ বুকুত এটা ধনঞ্জয় গোৰ শোধাই দিলে। একে গোৰতে সিকচুৰ্ণা যে মিকচুৰ্ণা লুটিখাই বিমূৰ্চ্ছিত হৈ পৰিল। যেই পৰা, সেই তাক ধৰি হাতীৰ হাওদাৰ বন্ধা, আৰু আমাৰ কোঠৰ কাষলৈ পঠিওৱা। মিহঁতৰ এটা সেনাপতি সেইদৰে, গজপুৰীয়া চক্ৰধ্বজৰ হাতত পৰা দেখি, আনটো সেনাপতি চৈয়দ চেলা যে সেনাই গজপুৰীয়াৰ ফালে উকাৰ মাৰি খেদি আহিল। সেইটোৰ লগত আৰু দহ হেজাৰ চিপাহী। তেতিয়া গজপুৰীয়াই বিমৰিষ কৰি বুজিলে যে, তেওঁ অকলৈ এই সাগৰ সদৃশ বঙাল চিপাহীবে যুঁজটো সম্ভৱ নহয়; গজপুৰীয়া মহাবীৰ হলেও, তেওঁ অসাধ্য সাধন কৰিব নোৱাৰে। ইয়াকে ভাবি তেওঁ বুধি কৰি আমাৰ কাষৰ উঠা মৰা বলুৱাৰ মাজত সোমাই পৰিল। মূৰ্খ বঙালে তেতিয়া গজপুৰীয়াক মৰিল বুলি এৰি থৈ গল। এইটোৱেই এইখন ৰণৰ মাই বৃত্তান্ত।

প্ৰিয়ৰাম। হেৰ সিকচুৰ্ণাৰ সৈতে যেতিয়া মোৰহে যুঁজ লাগিছিল, আৰু মইহে যেতিয়া তেওঁক বন্দী কৰিলোঁ। তই সিকচুৰক বন্দী কৰিবলৈ পালি ক'ত? আৰু চৈয়দ চালাক মোৰ ডেউতাই নিজ হাতে বন্দী কৰে।

গজপুৰীয়া। তাৰ আগেয়ে, তাৰ আগেয়ে।

( টোকোৰা আৰু সিদ্ধিৰামৰ প্ৰবেশ )

টোকোৰা আৰু সিদ্ধিৰাম ! তহঁতৰ খবৰ কি ? জপৰা কলৈ গল ?

টোকোৰা। জপৰা আৰু এই সংসাৰত নাই।

প্ৰিয়ৰাম্। কেনেকৈ ?

গজপুৰীয়া। কাতি ঠৈ।

প্ৰিয়ৰাম। চুপ্ ৰও !

টোকোৰা। সেতিয়া বঙালৰ চিপাহী আমাৰ কালৈ আগবাঢ়ি আহিল, আমি পিছুৱাই গলোঁ। যেতিয়া সিহঁতে বেগেৰে আমাক খেদি আহিল, আমাৰ চন্দাৰ হাজৰিকা গজপুৰীয়াই বেগেৰে ভৰাই ধৰি লৰ মাৰিলে। আমাৰ চন্দাৰ হাজৰিকাক তেনেকৈ লৰ মৰা দেখি আমাৰ মনত্তো ভয় সোমাল, আমি তেওঁৰ অধীনৰ বন্ধুৱাবোৰেও ভিৰাই ধৰি লৰ মাৰিলোঁহঁক। জপৰা খোৰা দেখি সি আমাৰে সৈতে সমানে লৰিব নোৱাৰি পিছপৰিল, আৰু বঙালৰ চিপাহীয়ে তাক অকলশৰীয়াকৈ পাই কাটি পালে।

গজপুৰীয়া। বৰ লাজৰ কথা যে জপৰাৰ নিচিনা এটা খোৰা মানুহক মোৰ মুকাকবোৰৰ ভিতৰত লোৱা হৈছিল। সেই খোৰাটোক মোৰ বাছকবনিয়া বন্ধুৱাবোৰৰ শাৰীত লোৱাটোৱেই গুৰিতে মোৰ মহা ভুল।

প্ৰিয়ৰাম। ( হাঁহি ) তেৰ মহাবীৰ গজপুৰীয়া হাজৰিকা ! তোৰ এইখনেই মহলমানৰ চিপাহীবে ভয়াময়া বণ নে ! এই বণতে

তই ফিৰুঙ্গথাঁক হুকৰাই বন্দী কৰিছিলি নে ?

গজপুৰীয়া। ডেকাফুকন বোপা, ডেকাফুকন বোপা, মোৰ কথা শুনা, তুমি সেই মিছলীয়া পলৰীয়া দুটাৰ কথাখন কেলৈ শুনিছা নো বাক ? তুমি তোমাৰ গজপুৰীয়াৰ বীৰত্ব সন্দেহ কৰিবলৈ, গজপুৰীয়াক বেছকৈ জানা দেখোন। ( নিজৰ আঠু দুটাত লগা ঘা দেখুৱাই ) ডাঙৰীয়া বোপা চোৱাঁ মোৰ আঠু দুটাত ফিৰুঙ্গথাঁ আৰু চৈয়দ চানাই তিলৈৰ গুৰিৰে মাৰ মৰা চিন এতিয়াও আছে।

সিঙ্গিৰাম। মোৰ আগত ইমান ডাঙৰ মিছা কথাষাৰ চলাবলৈ আহিছানে হাজৰিকাকাই ? ডেকাফুকন ডাঙৰীয়া, মই আচল কথাটো কওঁ শুনক, বহুতো বেলি অশ্ব দেখি আমাৰ হাজৰিকাই ভিৰাই ধৰি লৰ দিলে, অবশেষ তেওঁৰ পিছে পিছে ময়ো লৰি পলাইছিলোঁ। পকত যেন শত্ৰুৰ সেই মানুহটো আমাৰে সৈতে লৰিব পাৰে নে ! লৰি যাওঁতে তেওঁ ভগপুটি খাই পৰিল, পৰি আঠু দুটাত ঘা লাগিল। তাৰ পিছত তেওঁ আৰু পলাই সাবিব নোৱাৰা দেখি, দুটা মৰা বগুৰাৰ শৰৰ মাজত লবালবিকৈ সোমাই বীফল দি পৰি মৰাৰ ভাও জুৰিলে। এয়েই আচল কথা। ইস্ মই যেন দেখা নাছিলোঁ হে।

গজপুৰীয়া। ডেকাফুকন বোপা, দেশত আজিকালি বৰ অইনায় অধৰম হবলৈ ধৰিলে। মইনো আৰু কি মাতিম। ধৰমৰ মাত তল পৰিল, অধৰমৰ মাতে কাণৰ কথামাকৰি শৰাই

কাণ কলা কৰিলে। দিন দুপৰতে ইহঁতে এনে একোটা মিছা কথা চৰ্চ্চি উলিয়াবলৈ ধৰিলে। (সিদ্ধিৰাম আক টোকোৰালৈ চাই) হেৰ ইহঁতৰ মিছা-বেইছা আদি পাপলৈকো ভয় নাইকিয়া হলনে? ডেকাফুকন বোপা, মোৰ সোণামুৰা বোপা, তুমি ইহঁতৰ কথা শুনি এড়ালৰ সমানকে পতিওৱা নাই বুলি মই জানিছোঁ।

গজপুৰীয়ানী। (গজপুৰীয়াক) দেখত ইমান অটনাই অধৰম হল দেখি হে মই কৈছোঁ, তুমি আকৌ মৰা, এনে ধন দেখত আৰু থাকিব নেলাগে।

গজপুৰীয়া। কিনো কেপ্‌কেপাই থাক অ এইজনীয়ে! তোৰ কথাতে গজপুৰীয়া মৰিব নে কি? ইমান ধন দেখত আৰু মানুহ মৰিবলৈ নাই কিয়া হল হবলা! তই তোৰ গজপুৰীয়াক ইমান সস্তা পাইছ নে কি? তই মনে মনে থাক, মনে মনে থাক, কেপ্‌কেপাই নেথাকিবি। তই কথাৰ আগু-পাচু একোকে বুজ নেপাৱ। বোলোঁ, লাগুপানী আছে যদি মোক এটোপা খাবলৈ দে ভাগৰত পিয়াহত অন্তৰকণ্ঠ শুকাই গৈছে।—বোপা ডাঙৰীয়া, মই এই যুক্ত ফিকা বাবে এইবাৰ বৰফুকন ডাঙৰীয়া দেউতাক কৈ মোক বৰ্হচি দিয়াব লাগিব; মাউসাৰী খাটপাম দিয়াব লাগিব; সন্তুৰা নিগিৰী বক্সী বেটা বৰুআ দিয়াব লাগিব। মোৰ বোপা ডাঙৰীয়া, তুমি মোৰ হকে ডাঙৰীয়া দেউতাক একোষাৰ কৈ দিলেই হব, তেওঁতে গুণীৰ গুণ বুজোঁতা লোক, মই জানো।

প্ৰিয়ৰাম। ইহঁতি ) বাকে কম যা। এতিয়া ঘৰলৈ যা।

[ গজপুৰীয়া গজপুৰীয়ানীৰ প্ৰস্থান।

—কৰবাৰ গটীয়া শিঙৰা টো।

[ প্ৰস্থান।

---

## পঞ্চম দৰ্শন।

স্থান গড়গাঁও। ৰজাৰ ৰৰচৰা।

চক্ৰধ্বজ সিং, বুঢ়াগোহাঁই, বৰগোহাঁই, বৰপাত্ৰগোহাঁই,
আৰু সভাসদসকল।

চক্ৰধ্বজ। ডাঙৰীয়াসকল, মহ্‌লমানেৰে সৈতে আমাৰ, হাঁতবাৰা, কাজলীমুখ, ইটাখুলি, ৰবনদীৰ মুখ, এই চাৰি ঠাইত লগা লৰধন যুদ্ধত আমি জিকাৰ খবৰ পাই মোৰ মনত যি আহ্লাদ হৈছে, তাক মই প্ৰকাশ কৰিব নোৱাৰোঁ। কিন্তু ইয়াৰ পিছতে গালে গুৱাহাটীত এখন ডাঙৰ যুদ্ধ হবৰ কথা আছিল, তাৰ একো খবৰ আজিলৈকে নাপালোঁ। তাৰ নিমিত্তে মই বৰ চিন্তিত হৈ আছোঁ। যুদ্ধৰ ঠাইৰপৰা দিনে মানুহে বাতৰি আনিবৰ নিমিত্তে সকলো বন্দবস্ত ইমানকৈ ঠিক থকা স্বত্বেও, আজি পাঁচ দিন সেইখান একো বাতৰি নাই।

বুঢ়াগোহাঁই। স্বৰ্গদেও, মইও বৰ চিন্তাত আছোঁ।

বৰগোহাঁই। বোধকৰোঁ, দুৰ্গাৰ ৰণ লাগিছে, তাৰ ফলাফল একো নিৰ্দ্ধাৰিত হোৱা নাই দেখি বাতৰি অহা নাই।

চক্ৰধ্বজ। ফলাফল যেইকে নহওক, দিনৰ বাতৰি দিনে অহাটোহে উচিত। ডাঙৰীয়া, এতিয়াই আকৌ নকৈ খোজ-চোৱাৰৰ ডাকৰ বন্দবস্ত কৰক। আৰু এই কেইদিনৰ খবৰৰ

ত্ৰুটি হোৱা যাবে ৰবং দোষীৰ দণ্ড হব লাগে।

বুঢ়াগোহাঁই। ইয়ালৈ অহাৰ আগেয়ে সেইবোৰ বন্ধবস্ত কৰা হৈছে সৰ্গদেও। একুৰী কাঠীকৰ ঘোৰচোৱাৰ নকৈ আজি পুৱাই আৰু পঠিয়াইছোঁ।

বৰপাত্ৰগোহাঁই। সৰ্গদেও, মোৰো অনুমান হৈছে ভূমুল সংগ্ৰাম সঙ্ঘটিত হৈছে, সেইদেখি বৰফুকনে কোনো সংবাদ পঠিয়াবলৈ আহৰি পোৱা নাই। নিশ্চয় চৈয়দ চানা আৰু ফিৰুজৰ পৰিচালনাত মছলমান সৈন্যই প্ৰাণ টাকি যুদ্ধ কৰিছে। কিন্তু সৰ্গদেও, আমাৰ সৈন্যও মছলমান সৈন্যতকৈ কোনো গুণে নীহ নহয়, ৰবং অনেক বিষয়ত শ্ৰেষ্ঠ বুলি মোৰ বিশ্বাস। আমাৰ আহোম সৈন্যৰ কথাই নকওঁ, সিহঁত লেখত তাকৰ হলেও মহা যুজাৰু; আমাৰ বামুণ, কলিতা, কোচ, কেওট আদি জাতৰ বণুৱা একো-টাও মহাৰথীৰ নিচিনা সৰ্গদেও, মই সুন্দৰকৈ জানো। তাৰ উপৰি লাচিত বৰফুকন অকলৈ এক লক্ষ। এই মহাৰথীৰ বল বীৰ্য্যত সন্দেহ কৰিবলৈ একো নাই। আমাৰ লাচিত মহাবীৰ অৰ্জ্জুন। লাচিতে অকলৈ মছলমানৰ ওঠৰ অক্ষৌহিনীক সংহাৰ কৰিব পাৰে বুলি মোৰ বিশ্বাস।

চক্ৰধ্বজ। আপোনাৰ বাক্যই সফল হওক, ডাঙৰীয়া। কেনেবাকৈ মছলমানৰ হাতত অসমীয়াৰ পৰাজয় ঘটিব লাগিলে আৰু লাজ ধৰবলৈ ঠাই নাইকিয়া হব। অৱশ্যে মোৰ দৃঢ়বিশ্বাস, আমি জিকিম।

( দুৱৰীৰ প্ৰৱেশ )

দুৱৰী। ( আঠু লৈ ) সৰ্গদেও, যুদ্ধৰ ঠাইৰপৰা লাচিত বৰ-ফুকনৰ কটকী দুৱাৰত।

চক্ৰধ্বজ। ( ব্যস্তভাৱে ) সোনকালে মোৰ আগলৈ আন, সোনকালে আন।

[ দুৱৰীৰ প্ৰস্থান

( কটকীৰ প্ৰৱেশ )

কটকী। ( আঠুলৈ ) সৰ্গদেও, লাচিত বৰফুকনে সৰ্গদেৱলৈ জনাইছে, যে গুৱাহাটীত মছলমানেৰে সৈতে আমাৰ যি বৰ ৰণ লাগিছিল, সেই ৰণত আমাৰ জয়।

বুঢ়াগোহাঁই, বৰগোহাঁই, বৰপাত্ৰগোহাঁই আদি সভাসদসকলে আনন্দ ক'ৰি তিনিবাৰ উচ্চস্বৰে ক'ৰি )

জয় সৰ্গদেও চক্ৰধ্বজসিংহৰ জয় !!!

চক্ৰধ্বজ। তাৰ পিছত ? তাৰ পিছত ?

কটকী। তাৰ পিছত সৰ্গদেও, লাচিত বৰফুকনে মছলমানৰ ফিৰুজখাঁ আৰু চৈয়দ চালাক বৰুত মছলমানৰ সৈতে ধৰি বন্দী কৰিলে।

চক্ৰধ্বজ। তাৰ পিছত ?

কটকী। কিকজখাঁ আৰু চৈয়দ চানাক বৰফুকনে বন্দী কৰি গৰগাৱঁলৈ সৰ্গদেৱৰ ওচৰলৈ পঠিয়াই দিছে, দুই চাৰি দিনতে তেওঁলোক এইখিনি পাবহি সৰ্গদেও।

চক্ৰধ্বজ। সুন্দৰ কাৰ্য্য হৈছে, আৰু? আৰু?

কটকী। মছলমানৰ বিস্তৰ সেনা ৰণত পৰিল সৰ্গদেও। বন্দী কৰা বহুত মছলমানক বৰফুকনে গুৱাহাটীতে কটালে, বাকী অলপ-অচৰপ হে পলাই সাৰিল। মছলমানৰ অনেক অস্ত্ৰ শস্ত্ৰ আৰু নানা ৰকমৰ যুদ্ধৰ দ্ৰব্য বস্তু খাৰ-বাৰুদ, বৰতোপ হিলৈ আদিও আমাৰ হাতত পৰিল সৰ্গদেও।

(বৰগোহাঁই, বুঢ়াগোহাঁইক-প্ৰমুখ্য কৰি সভাসদসকলে জ্যেকো ধ্বনিবাৰ উচ্চৰব কৰে)

—জয় চক্ৰধ্বজ সিংহৰ জয়!!!

চক্ৰধ্বজ। ঈশ্বৰে মোৰ মনস্কামনা সিদ্ধি কৰিলে। ডাঙৰীয়া সকল, আমাৰ এই জয়ৰ বাবে এই মাহৰ ভিতৰতে বিখোৱন মহোৎসৱ কৰিবলৈ যুগুত কৰি, দেওধাই, মোহন, বাইলুংসকলক আজ্ঞা দিয়া হওক। পোতাশালৰ পৰা এজেঙাৰ বন্দীক মুকলি কৰি দিয়া হওক। লাচিত বৰফুকনক যথাযোগ্য মান-সংকাৰেৰে সৈতে গৰগাৱঁলৈ আদৰি অনা হওক। তেওঁৰ লৰা তিকডালৈ মোৰ ভঁৰালৰপৰা ধন বস্তুৰ বটাৰ সম্ভাৰ পঠিওৱা হওক। আন আন যি যি লোক এই যুজলৈ গৈছিল, সকলোকে বটা দি সন্তুষ্ট

কৰা হওক। মছলমানৰপৰা পোৱা ধনবোৰ আমাৰ সেনাবোৰৰ ভিতৰত বাঁটি দিয়া হওক। গুৱাহাটীৰকালে পাণ্ডু আৰু শৰাই ঘাটৰ কোঠ দুটা আৰু দুৰ্জ্জয় কৰি, আমি জয় কৰা অঞ্চল সুশাসন শৃঙ্খলালৈ আনিবৰ সোনকালে দিহা কৰিব লাগে, বুলি বৰফুকনলৈ লেখা হওক। গুৱাহাটীত বৰফুকনে মোৰ প্ৰতিনিধি হৈ থাকি সেই অঞ্চলত শাসন আৰু সুবন্দবস্তৰ দিহা কৰক। জয় কৰা অঞ্চলৰ মাটিৰ আৰু মানুহৰ পিয়ল কৰিবৰ দিহা কৰা হওক। মুঠতে আমাৰ হাতলৈ অহা দেশখন যাতে আকৌ মছলমানৰ হাতত নপৰে তাৰ ভাল বন্দবস্ত কৰা হওক।

বুঢ়াগোহাঁই। স্বৰ্গদেৱৰ আজ্ঞামতে সকলো কৰিবলৈ যত্ন কৰা হব।

বৰগোহাঁই। এতিয়াই প্ৰথম কামা হৈছে দেৱতাৰ আগত পূজা দিয়াটো।

বৰপাত্ৰগোহাঁই। জয় ডাঙৰীয়া।

চক্ৰধ্বজ। নিশ্চয়, সেইটো আগে। এতিয়াই ঢোল পিটি বাটজক শুনাই দিয়া হওক, আমাৰ এই মহা যুদ্ধত জয় হোৱা বাবে, সকলোৱে যেন আনন্দ উৎসৱ কৰে, গায়ন বায়ন খোল মৃদং গায় আৰু বজায়। আজিলৈ সভা ভঙ্গ কৰা গল।

[ প্ৰস্থান।

দাঁৰ-কাপোৰ।

---

# তৃতীয় অঙ্ক।

## প্ৰথম দৰ্শন।

স্থান — গৰগাঁও। লাচিত বৰফুকনৰ ঘৰ।

কাল—আবেলি।

( চেনেহী আৰু ৰূপহী )

চেনেহী। আইতা চোৱাঁচোন ৰূপহীয়ে মোৰ "লীলামালা" পুথিখন নি কৰবাত লুকাই থৈছে গৈ ; খুজিলে নিদিয়ে।

ৰূপহী। মই কিয় লুকাই থবলৈ যাম ? তেওঁ নিজেই কৰবাত থৈ পাহৰিছে, পাহৰি মোৰ নামে লগাইছে। মিছলীয়া জনী কৰবাৰ !

চেনেহী। নিশ্চয় তয়েই লুকাই থৈছ। হিংসাকুৰীয়াজনী কৰবাৰ !

ৰূপহী। তুমি হে হিংসাকুৰীয়া, মই নহওঁ।

( ৰূপহীয়ে গায় )—

চেনেহী চেনেহী তেলৰ চুপি।
খদিয়া খোৱা মৰে ভুপি ॥
খদিয়া আছিল বাট বুলি।
চেনেহীয়ে তুলিলে পকা চুলি ॥

চেনেহীয়ে ৰূপহীৰ পিঠিত থপা এটা মাৰে, আৰু ৰূপহীয়ে কান্দে )

ৰৰফুকননীৰ প্ৰবেশ )

ফুকননী। হেৰ চেনেহী, হেৰ ৰূপহী, তইঁতক আৰু মই পাৰ নোৱাৰিলোঁ। আকৌ কিলাকিলি কৰিছহি? তইঁতৰ লাজ নাই? এই ডোদাঙা ছোৱালী দুজনীয়ে মোক বলিয়া কৰিলে। এজনাৰ বয়স সোল হবলৈ গল, এজনীৰ চৌধ হল, আজিৰ বাদে কাইলৈ শাহুৰী পাটিবলৈ যাব লাগিব, তথাপি দুইজনীৰ লৰালি নগল।

চেনেহী। তাই নো মোক তেলৰ চুপি বুলি সেইবোৰ নাম পাৰ কিয?

ৰূপহী। তেওঁ নো মোক মাৰিব কিয়?

চেনেহী। গোৱাৰ পিছত হে মাৰিছোঁ।

ৰূপহী। তেও নো মোক হিংসাকুৰীয়া বুলিব কিয়?

চেনেহী। তাই নো মোক মিছলীয়া বুলিব কিয়? সেই কাৰণে মাৰিলোঁ। মোক মিছলীয়া বুলিলে আকৌ মাৰিম।

চেনেহীয়ে ৰূপহীক আকৌ মাৰিবলৈ খেদি যায়। আৰু দুইকো মাজত সোমাই ফুকনে হাত ধৰি দিয়ে। চেনেহীয়ে চকু লো টোকে। দূৰত গায়ন বায়ন আৰু ঢোলৰ মাত )

ফুকননী। ব চোৱাহঁক, তইঁতে গোলমাল নকৰিবি। সেইয়া

কিহৰ কোঢ়াল শুনাচোন? গায়ন বায়ন গাইছে কিয়? ঢোল, খোল, মৃদং বাজিছে শুনাচোন।

(শদিয়াখোৱা গোহাঁইৰ প্ৰৱেশ)

(চেনকী কপহী দুয়ে লৰালৰিকে নিজৰ নিজৰ চকু মচি পলায়।)

শ, খো, গোহাঁই। আইদেউতা, আপোনাক বৰ সুখবৰ এটা দিওঁ, বৰফুকন দেউতা যুদ্ধত জিকিল।

সুকননী। সঁচানে? ঈশ্বৰৰ কি অনুগ্ৰহ।

(গোসাঁইৰৰ ক্ষণেক আঁঠুকাঢ়ি সেৱা কৰে উঠি) অ সেইদেখিহে সেয়া ঢোলখোল বজাইছে হবলা?

শ, খো, গো। এৰা সেইদেখিহে নগৰত বাদ্যভাণ্ড বজাইছে; আনন্দ উৎসৱ কৰিবলৈ হুকুম দিছে।

সুকননী। কোৱাচোন কোৱা, যুদ্ধৰ আৰু কি কি খবৰ আহিছে, তালৈকে কোৱা?

শ, খো, গো। বৰফুকন দেউতাই মছলমানক পাঁচখন যুদ্ধত হৰুৱাই, সিহঁতৰ দুই সেনাপতিক ধৰি বন্দী কৰি ইয়ালৈকে পঠিয়াই দিছে। মছলমানৰ চিপাহী আৰু হিলৈ আদি অনেক যুদ্ধৰ সজুলি ধন বস্ত্ৰ আমাৰ হাতত পৰিছে।

সুকননী। হেৰ আইদেউহঁত শুনিছ, তইহঁতৰ দেউতাৰ যুদ্ধত জিকিল।

( চেনেহী ৰূপহীৰ লবি প্ৰবেশ )

চেনেহী। (শ, খো, গোহাঁইক) এই সুখবৰ আপুনি আনিলে নে?

শ, খো, গো। এৰা মায়ে তোমালোকক দিবলৈ আনিলোঁ। মোক কি দিবা কোৱাঁ?

চেনেহী। কি দিম কওক?

শ, খো, গো। মোৰ ওচৰত দুয়ো নাচি কথাবোৰ পাতি মোক বঁটা দিয়াঁ।

ৰূপহী। আপুনি এই ভাল খবৰৰ বাবে আমাক কি দিব কওক? বঃ আপোনাৰো হৈছে নহয়।

শ, খো, গো। হৈছে, কি লাগে কোৱাঁ?

ৰূপহী। মোক একো দিব নেলাগে। আপোন বাইদেউক যেনেৰ চুপি এটা দিয়ক।

চেনেহী। আইতা চোৱাঁ, ৰূপহীয়ে আকৌ মোৰে সৈতে লাগিছে।

ৰূপহী। খালি চুপিটো দিবলৈ মই নাই কোৱা; আজি চেনেহ ভৰাই এচুপি কৰি দিবলৈ হে কৈছোঁ।

শ, খো, গো.। (হাঁহি,—চেনেহীক) সেইকণা আহোমলিয়া ছোৱালী, তাইৰ কথাত কোনে লাগে?

চেনেহী। ককাইদেউৰ খবৰ কি?

প. গো. গো.। প্ৰিয় বোপাৰ খবৰো নিশ্চয় ভাল।

(লিগিৰী একজনীৰ প্ৰবেশ)

লিগিৰী। আইদেউতা, গুৱাহাটীৰ পৰা মানুহ এটা আহিছে এখন চিঠিলৈ।

নবকুকননী। (ব্যস্তভাৱে) কতা? মানুহটোক মাত চিঠিখন লৈ আহক।

লিগিৰীয়ে ল'ৰি গৈ মানুহটোৰ হাতৰপৰা চিঠিখন লৈ আহে। লিগিৰীয়ে চিঠিখন দিলে। মাকে লিগিৰীৰ হাতৰ পৰা চিঠিখন কাঢ়ি নি পদিয়াথোৰা গোঁহাইক পঢ়িবলৈ দিয়ে। পদিয়াথোৰা গোঁহায়ে চিঠি পঢ়ে।

গুৱাহাটী। শক ১৬৯১।১৩ ফাল্গুন।

"কল্যাণীয়াসু,

আজি তোমাক আনন্দৰ খবৰ দিওঁ। তুমি শুনি সন্তোষ পাবা, যে মহুলমানেৰে সৈতে লগা যুদ্ধ আমি জিকিলোঁ। যুদ্ধত আমাৰ ফালৰ ভালেমান বণুৱা পৰিল যদিও, মহুলমানৰ ফালৰ তাতোকৈ দহগুণ মান সৰহ পৰিল। মহুলমানৰ অনেক বন্দী হ'লে, কামান আদি যুদ্ধৰ সজুলি আমাৰ হাতলৈ আহিল। মহুলমানৰ দুজন দাই সেনাপতি ফিক্ৰখাঁ আৰু চৈয়দ চানা আমাৰ হাতত

বন্দী হৈছে। কিন্ধজৰ্থাক যুক্ত কোনে বন্দী কৰিলে জানা নে? তুমি শুনি নথৈ আনন্দ পাবা যে তোমাৰ বৰ পোৰ্হা প্ৰিয়ৰামে। প্ৰিয়ৰামে এই যুক্ত যেনে সাহ আৰু বীৰত্ব দেখুৱালে, সি মোৰ সমাজিকৰো অগোচৰ। তাৰ বিষয়ে মোৰ মনৰ আগৰ সকলো আশঙ্কা গুচিল। সি তোমাৰ মান ৰাখিলে, মোৰো গৌৰৱ বঢ়ালে।

“বৰ লৰালৰি। আজিলৈ ইমানকে লেখিলোঁ। মোৰ আৰু প্ৰিয়ৰামৰ গা ভালে আছে। আশা কৰোঁ ঈশ্বৰৰ অনুগ্ৰহত তোমালোক কুশলে আছাহঁক। চেনেহী আৰু কপহীক মোৰ আশীৰ্ব্বাদ দিবাঁ, তুমিও লবাঁ।

তোমাৰ

শ্ৰীলাচিত, বৰফুকন।”

ৰুকননা। (গিৰিয়েকৰ চিঠিখন শদিয়াখোৱা গোহাঁইৰ হাতৰ পৰা আনি নিজৰ মূৰত লৈ সেৱা কৰি) ঈশ্বৰৰ অনুগ্ৰহতে সকলো হৈছে। (শদিয়াখোৱা গোহাঁইক) বোপা, মই আমাৰ সত্ৰৰ গোসাঁইদেৱলৈ আগ কৰি থোৱা সোণৰ ফুল কেইপাহ, তুমি আজিয়েই সোণাৰিৰ ঘৰৰ পৰা আনি দিয়াঁ; কাইলৈ যেন মই সত্ৰলৈ পঠিয়াই দিব পাৰোঁ। আমাৰ ঘৰৰ লগুৱা-লিগিৰীবোৰলৈ এসোপা কাপোৰ কিনি আনি দিয়াঁ, সিহঁতক গাইপতি একোজোৰকৈ মই কাপোৰ দিম। নগৰৰ দুখীয়া মগনীয়াবোৰক মতাই আনাই

সিঙতক গাইপতি চাউল আৰু কড়ি দিয়াৰৰ দিহা কৰি দিয়ঁ। একুড়ি বামুণক চাউল সিধা দিম। তাৰো দিহা কৰোঁ।

শ, খো, গো। ভাল আইদেউতা, মই এইবোৰ দিহা আজি-য়েই কৰিম।

*(চোলাৰ মোনাৰপৰা সোণ ৰিৰিবে মুকুতাৰ মণি খাৰ চেনেহীৰ ডিঙিত পিন্ধাই দিয়ে।)*

দেউতাই যুক্তি কৰা বাবে তোমাক এই বটা।

*(চেনেহীয়ে অলপ লাজৰ ভাব দেখুৱায়। ৰূপহীয়ে অসন্তুষ্ট ভাবে চা...)*

হোৱা ৰূপহী আইদেও, তোমালোকো এইজোৰ ঠুৰীয়া আনিছোঁ। পিন্ধিবা।

ৰূপহী। এতিয়া আপোনাৰ হাতৰ ঠুৰীয়াজোৰ থাওক, মোৰ কাণৰ বিন্ধা ডাঙৰ হলে পিন্ধিম।

ফুকননী। লৈ লৈ, মানুহে আদৰেৰে বস্তু দিলে লৈ কল্যাণ লব পায়।

ৰূপহী। "আদৰকৈ" দিছে লম। কিন্তু কাণৰ বিন্ধা এক সোমাব পৰা হবলৈকো বাট নেচাম নে?

ফুকননী। সোমাব লা। নোসোমায় যদি আজি কুহিলা সুমাই থবি, তেনেহলেই কাইলৈ পিন্ধিব পাৰিবি।

( ৰূপহীয়ে হাত পাতি কেকজোৰ লৈ যাকৰ হাতত দিয়ে। শদিয়া-খোৱা গোঁহাই খাবলৈ উঠে )

ৰূপহী। ( শদিয়া খোৱাক ) আপুনি খাবলৈ উঠিছে। কিন্তু খাইদেওক জোলৰ চুপিটো দিবলৈ পাহৰিলে।

শ, খো, গো। যা এই জনী আদ্ বলিয়াজনী।

[ প্ৰস্থান।

চেনেহী। ৰূপহী, তোৰ ভাবা অন্যায় যে মানুহৰ আগত এইদৰে অসভ্য ব্যৱহাৰ কৰ।

( ৰূপহীয়ে গাই লৰি পলায়। ) —

চেনেহী চেনেহী জোলৰ চুপি।
শদিয়া খোৱা মৰে জুপি ॥

[ লৰি প্ৰস্থান।

---

## দ্বিতীয় দৰ্শন।

স্থান—দিল্লীদেৱানী-আম,— আওৰংজীৱৰ পাটচাৰ দৰবাৰ।

কাল—আবেলি।

( ময়ূৰ-সিংহাসনত আউৰংজীব, জয়সিংহ, ৰামসিংহ, উজীৰ, ওমৰাহসকল। )

আউৰংজীব। বৰ দুঃসংবাদ মহাৰাজ! আসামৰ ৰজাই যুদ্ধত আমাৰ সেনাক পৰাস্ত কৰি ফিৰুজখাঁ আৰু চৈয়দ চানাক বন্দী কৰি হত্যা কৰিলে। ইয়াকে বোলে সাতখন সাগৰ সাঁতুৰি পাৰ হৈ শেহত গৰুখোজৰ পানীত বুৰি মৰা।

জয়সিংহ। জাহাপনা, তেনেকুৱাই তো হৈছে।

আউৰংজীব। এই অপমানৰ প্ৰতিশোধ তুৰন্তে লব লাগিব।

উজীৰ। ( মূৰদুপিয়াই ) খোদাবন্দ।

জয়সিংহ। সিংহ শুই থাকোঁতে, টিপচীয়ে থাপ্ মাৰি সিংহৰ দাঁতত লাগি থকা মঙহ লৈ যোৱাৰ নিচিনা হৈছে জাঁহাপনা।

আউৰংজীব। হিন্দুস্থানৰ এই পূৰুচুকটোৰ কালে আমাৰ অত দিন ভালকৈ মন নিদিয়াৰ ফল।

উজীৰ। ( মূৰ দুপিয়াই ) খোদাবন্দ।

আউৰংজীব। মহাৰাজ, এইবাৰ অকল গুৱাহাটী পুনৰ উদ্ধাৰেই নহয়, বিলকুল আসাম দখল।

উরঙ্গজীব। ( মূৰ দুপিয়াই ) খোদাবন্দ !

জয়সিংহ। জাঁহাপনা, এই বৃদ্ধক আদেশ দিয়ক। অম্বৰৰ ৰজা বুঢ়া হলেও তেওঁৰ গাৰ এতিয়াও তেজ চেঁচা হোৱা নাই।

আউৰেংজীব। সেইটো মই জানো মহাৰাজ। কিন্তু মহাৰাজৰ যোগ্য পুত্র ৰামসিংহ থাকোতে সেই কামলৈ মহাৰাজৰ যাবৰ আৱশ্যক কি ? মহাৰাজৰ পুত্র ৰামসিংহৰ বীৰত্ব আৰু বিশ্বস্ততাত মোৰ সন্দেহ নাই।

উরঙ্গজীব। ( মূৰ দুপিয়াই ) খোদাবন্দ !

জয়সিংহ। জাঁহাপনা, ৰামসিংহও মোৰে নিচিনা জাঁহাপনাৰ তাবেদাৰ !

ৰামসিংহ। ( মূৰ দুপিয়াই ) জাঁহাপনা !

আউৰেংজীব। ৰামসিংহ, তুমি অম্বৰাধিপতি মোৰ বিশ্বাসী বন্ধু মহাৰাজ জয়সিংহৰ যোগ্য সন্তান। মহাবীৰ মানসিংহৰ নাতি ! তোমাৰ বীৰত্ব আৰু বিশ্বস্ততা মোৰ অবিদিত নাই। তোমাক মই আজি এই যুদ্ধৰ নিমিত্তে সেনাপতি পদত বৰণ কৰিলোঁ। যথেষ্ট সৈন্য আৰু অস্ত্রশস্ত্রাদি লৈ তুমি অনতিবিলম্বে যুদ্ধযাত্রা কৰা। ১৮০০০ অশ্বাৰোহী, ৩০০০০ পদাতি, আৰু কামান, তোপ, বন্দুক, বাৰুদ আদি পূৰা সৰঞ্জাম তোমাৰ লগত নিয়া। ১৫০০০।২০০০০ যি পোৱা ধনুকধাৰী তুমি কোচবিহাৰৰপৰা লোৱা। বঙ্গদেশৰ নবাবেও যিমান চিপাহী দিব পাৰে, তোমাৰ লগত দিব। যোদ্ধা মচৰফখাঁ, কিৰাতসিংহৰাঠোৰিয়া, ৰইৰামদেও, ৰঘুনাথসিংহ, তোমাৰ লগত

যাওক। গুৱাহাটীৰ পুৰণা থানাদাৰ ৰচিতখাঁও তোমাৰ লগত যাওক; আসাম মুলুকৰ হাল-চাল ৰচিতে ভালকৈ জানে ( উজীৰলৈ চাই ) উজীৰ মোৰ যিটো এটাইতকৈ পিয়াৰৰ যুজৰ ঘোঁৰা আছে সেইটো সোণ--খটোৱা জিনেৰে সৈতে ৰামসিংহ সেনাপতিক দিয়া। সোণ-খটোৱা তৰোৱাল এখন বাক্সভঁৰালৰপৰা অনোৱাঁ, মই নিজহাতে ৰামসিংহক সেই তৰোৱাল খিলাত দিওঁ।

উজীৰ। যি আদেশ খোদাবন্দ।

জয়সিংহ। জাঁহাপনাৰ দয়া।

ৰামসিংহ। ( উঠি কুর্ণিচ কৰি ) জাঁহাপনাৰ আমাৰ প্ৰতি পৰম দয়া। জাঁহাপনাৰ আদেশ বান্দাই পালন কৰিবলৈ এই প্ৰাণ থাকোতে ত্ৰুটী নকৰে।

আউৰংজীব। আজিলৈ সভা ভঙ্গ কৰা গল।

[ প্ৰস্থান।

## তৃতীয় দর্শন।

স্থান—গৰগাওঁ। ৰজাৰ ৰৰচৰা।

কাল—আবেলি।

( চক্রধ্বজ সিংহ, বুঢ়াগোহাঁই, ৰৰগোহাঁই, ৰৰপাত্ৰগোহাঁই, আৰু আন আন সভাসদসকল। )

ৰৰগোহাঁই। সৰ্গদেও, মই দেখোন আগেয়েই কৈছিলোঁ যে দিল্লীৰ পাটচাক জোকাই লোৱাটো সুবিধাৰ কথা নহব। এতিয়া যি পয়োভৰেৰে পাটচাৰ সৈন্য-সামন্ত আকৌ আমাৰ দেশৰ ফালে আহিছে, এইবাৰ আমি ৰক্ষা পৰিলোঁহে পৰা।

ৰৰপাত্ৰগোহাঁই। হয় সৰ্গদেও।

ৰৰগোহাঁই। পাটচাৰ সাগৰ সঙ্কাশ সেনাৰ সমুখ কৰোঁতে আমাৰ দেশত ইমান ৰণুৱা কত? আৰু খৰচ কৰিবলৈ আমাৰ ইমান ধনেই বা কত সৰ্গদেও?

চক্রধ্বজ। ৰৰগোহাঁই ডাঙৰীয়া! আপুনি যে কৈছে আমি পাটচাক জোকাই লোৱা বুলি, সেইটো আপোনাৰ ভুল। আমি জোকাই লোৱা নাই, পাটচাই হে আমাক জোকাই লৈছে। আমি আমাৰ দেশ ৰক্ষাৰ নিমিত্তে হে, নিজৰ প্ৰাণ, মান, ধন, সম্পত্তি, লবা তিৰুতা ৰক্ষাৰ নিমিত্তে হে যুদ্ধ কৰিছোঁ আৰু কৰিমো। সেই কাৰ্য্যত মৰিলেও মৰাটো গৌৰৱ আৰু সুখৰ

মৃত্যু ; জীলেও গৌৰৱ আৰু সুখৰ জীৱন। দিল্লীৰ পাটচাৰ গোলাম হৈ আসামৰ ৰজাই ৰাজত্ব কৰি থাকিবলৈ আকাঙ্ক্ষা নকৰে ; ডাঙৰীয়াসকল ! এইটো মোৰ খাতাং কথা জানিব। এতিয়া আপোনাসকলৰ কৰ্ত্তব্য,—আপোনাসকল সকলোৱে মিলি কাম্ধ পতাটো ; বেয়া হল ভাল হল বিচাৰ কৰি কালক্ষেপ কৰাটো নহয়। আপোনাসকলে এতিলো বিলম্ব নকৰি মহুল-মানেৰে সৈতে যুদ্ধ কৰিবলৈ সাজু হৈ ওলাওক। মোৰ আদেশ. আপোনাসকল সকলো ফুকন বৰুৱাই নিজ নিজ খেলৰ কাঁৰী ৰণুৱাবিলাকেৰে সৈতে অনতিবিলম্বে গুৱাহাটীলৈ গৈ, বৰ সেনাপতি লাচিত বৰফুকনৰ আজ্ঞানুবৰ্ত্তী হওক। মোৰ এই অদেশ সকলোকে শুনাই দিয়া হওক। আৰু বৰফুকনলৈ লেখি দিয়া হওক যে বাৰিষা নপৰে মানে যাতে পাটচাৰ সেনাৰে সৈতে আমাৰ ৰণ নলগাকৈ ৰাখিব পাৰে, তাৰ বুধি কৰক ; কাৰণ বাৰিষা পৰিলেহে আমাৰ সুবিধা।

বুঢ়াগোহাঁই। সৰ্গদেৱৰ আজ্ঞামতেই সকলো কাৰ্য্য হব।

চক্ৰধ্বজ। আমাৰ উজনি দেশত ২০ বছৰ বয়সৰপৰা ৪০ বছৰ বয়সলৈকে যতবোৰ মতা মানুহ আছে, ( বামুণ আৰু মহন্তৰ. বাহিৰে ) সকলোবোৰৰে লেখ লৈ কাকত কৰা হওক। সেই বোৰৰ ভিতৰৰ সুস্থ আৰু বলী চাই চাই মানুহ বাছি লৈ সেই বোৰক হিলৈ, কাঁৰ, যাঠি, দা ইত্যাদিৰে ভালকৈ যুদ্ধ কৰিবলৈ শিকোৱা হওক। যদি যুদ্ধ দীৰ্ঘকাল স্থায়ী হয়, আমি যেন

ইকালৰপৰা তাতৈ জাকে জাকে বণুৱা পঠিয়াই থাকিব পাৰোঁ। তাৰ উপৰি আমাৰ এই কালৰ ৰাজ্য ৰক্ষা কৰিবলৈকো, অকা সিকালে যোৱা বণুৱাৰ ঠাই পূৰাবলৈকো বণুৱা লাগি থাকিব। সম্প্ৰতি কাইলৈ আমাৰ গৰগাৱঁতে মানুহৰ লেখ কৰিবলৈ ধৰি কাৰ্য্য আৰম্ভ কৰা হওক। মোৰ বাহৰতে বাৰকুৰি লিগিৰা আছে; ইমানবোৰ লিগিৰাৰ বিশেষ কোনো কাম নাই, ইহঁতৰে এদল হিলৈদাৰী বণুৱা প্ৰস্তুত কৰিব লাগে। খেলে খেলে কমাৰক টানি হুকুম শুনাই দিয়া হওক, যে সম্প্ৰতি সিহঁতে হিলৈ, কামায়ন, বৰতোপ আদি যুদ্ধৰ অস্ত্ৰ গঢ়াৰ বাহিৰে যেন আন একো কাম নকৰে। কাঁহীবোৰৰ লৰা তিকতাবোৰেও যেন দিনে ৰাতিয়ে ধেনু কাঁৰ চোঁচে। মুঠতে যুদ্ধৰ সঞ্জুলি আৰু যুদ্ধাস্ত্ৰ প্ৰস্তুত কৰাৰ বাহিৰে এতিয়া আমাৰ আন একো কাম নাই।

বুঢ়াগোহাঁই। যি, আদেশ সৰ্গদেৱ।

চক্ৰধ্বজ। আজিলৈ সভা ভঙ্গ কৰা গল।

[ প্ৰস্থান।

---

## চতুৰ্থ দৰ্শন।

স্থান - গুৱাহাটী। লাচিত বৰফুকনৰ চৰা।

কাল—পুৱাবেলা।

বৰফুকন অকলৈ চৰাতে বহি কিবা ভাবি আছে। দুটা কোটোৱালে গজপুৰীয়ানীক ধৰি আনে।)

বৰফুকন। কোটোৱালহঁত, এইজনী কাক ধৰি আনিছ?

১ম কোটোৱাল। দেউতা, এই জনী উজনি গৰগাৱঁৰ মানুহ হেনো; যুজৰ সময়ত তাইৰ গিৰিয়েকেৰে সৈতে তাই হেনো এই ফাললৈ আহিছে। তাইৰ গিৰিয়েক হেনো এহেজাৰ [illegible]পৰত হাজৰিকা। তাইৰ কথা সঁচা বুলি আমাৰ মনে নধৰে। এইৰ ঘৰত ভালেমান "চোৰাই মাল" ওলাইছে দেউতা।—চিপাহীৰ চোলা, পাগুৰী, টুপি, কমৰ-বন্ধ, কটিসূত্ৰ, ৰূপৰ আৰু পিতলৰ টেমা, সোণৰ আঙঠি; পচিমীয়া মতা মানুহে পিন্ধা কাণৰ কঁৰায়া, পাটচাৰ নামৰ মোহৰ মৰা ৰূপ, ইত্যাদি। এইবোৰ বস্তু তাই কৰপৰা পালে বুলি শুধিলে, তাই কিবা বেবেৰিবাং কথা কয়, আমি একো বুজিব নোৱাৰোঁ। দেখাতেই তাই এইবোৰ যুজৰ চিপাহীৰ চুৰ কৰা বস্তু।

গজপুৰীয়ানী। (কোটোৱালক) কোনটো চিপাহীৰ বস্তু হৰ কোনটো চিপাহীৰ বস্তু?

২য় কোটোৱাল। যুজত মৰা চিপাহীৰ বস্ত্ৰ।

গজপুৰীয়ানী। মৰা চিপাহীৰ বস্ত্ৰ যদি মৰা চিপাহীৰ বস্ত্ৰ; তুই জীয়া চিপাহী, তোৰতো নহয়। দেউতাৰ আগত গোচৰ দিব লাগে যদি যাৰ বস্ত্ৰ সি আহি গোচৰ দিয়কহি, তুই দিবৰ কোন? (বৰফুকনলৈ চাই আঠুকাঢ়ি হাতযুৰি) ডাঙৰীয়া দেউতা, ধৰ্ম্মৰ ৰক্তা, পৃথিৱীৰ গৰাকী! মই বৰ মানুহৰ পৰিবাৰ, ডাঙৰ লোকৰ বৈণী; পৰদেশত মোৰ মৰ-ভেশ হৈছে দেউতা! নহলে মোক এইদৰে ইহঁতে ধৰি আনি লঘু কৰে! দেউতা পৃথিৱীৰ গৰাকী, অনাথৰ নাথ, ৰক্তা-পাটচা! দেউতাই এই দুখুনী অনাথিনীৰ এই গোচৰৰ বিচাৰ নকৰিলে আক কোনে কৰিব দেউতা?

বৰফুকন। হেৰ তোৰ গিৰিয়েৰৰ নাম কি?

গজপুৰিয়ানী। দেউতা, তেওঁকে গজপুৰীয়া সেনাপতি শইকিয়া বোলে। উজনিত গজপুৰীয়াক ৰজাৰপৰা প্ৰজালৈকে নজনা মানুহ নাই, দেউতা ঈশ্বৰ! তেনেকুৱাৰ তিৰুতাৰ পৰ-দেশত কেলেহুৱা কোটোৱালৰ হাতত এই দশা! বিজন লোকৰ, বৰুৱা ফুকন ডা-ডাঙৰীয়াৰে সদায় লেনদেন, কাৰবাৰ, মিলজোল, সেইজনৰ বৈণীয়েকক ইহঁতে এনেকৈ এই বঙালৰ দেশত পাই লঘু কৰিছে দেউতা! (চকু-লো টুকি কান্দে)।

বৰফুকন। তই সেই হাতী যেন শকত মানুহটো গজপুৰীয়াৰ বৈণীয়েক নে?

গজপুৰীয়ানী। হয় দেউতা, বেটী তেখেতৰে পৰিবাৰ।

( গজপুৰীয়াৰ প্ৰবেশ )

গজপুৰীয়া। ( আঠুলৈ ) দেউগ ঈশ্বৰ! গজপুৰীয়া হাজৰিকাৰ, বিদেশত এই অপমান! মই ঘৰত নথকাত ইহঁতে মোৰ ঘৰত অনধিকাৰ প্ৰবেশ কৰি মোৰ তিকতাজনীক চোৰ বুলি ধৰি আনিছে। দেউতা ঈশ্বৰ! মই ইহঁতৰ ওপৰত ছুৰ্মতৰ দাবি কৰি দেউতাৰ আগত গোচৰ কৰিছোঁ। দোহাই ধৰ্ম্মাৱতাৰ! দেউতাই বিচাৰ কৰক। দেউতাৰ অনুগ্ৰহতে আমুকাই এজেহাৰ কাঁবীৰ ওপৰত হাজৰিকা হৈ সেনাপতিগিৰি কৰি সিদিনা যুজত হেজাৰে হেজাৰে বঙালক কচু কটাদি কাটিলোঁ, বঙালৰ সেনাপতি ফিব্দজৰ্গাৰ সমুখ হৈ ভয়াময়া ৰণ কৰি তাক গৰুৰ পঘাৰে বান্ধি খুন্দি তছিলং কৰিলোঁ; এনেটোৰ ঘৈণীয়েকৰ গাত আজি কুকুৰ কন্দলী কোটোৱালে হাত লগায় মোৰ ঈশ্বৰ! দেউতা বন্দীয়ে ইহঁতৰ ওপৰত দহ হেজাৰ ৰূপৰ দাবি কৰি দেউতাৰ ওচৰত ছুৰ্মতৰ গোচৰ এতিয়াই ৰুজু কৰিলোঁ। দেউতা প্ৰজাপালক, ধৰ্ম্মাৱতাৰ, সেই গোচৰ দেউতাই শুধিব লাগে। দোহাই ধৰ্ম্মাৱতাৰ!

[ প্ৰিয়ৰামৰ প্ৰবেশ।

ৰবৰোপা, এইটো কোন তই চিনি পাব নে ?

প্ৰিয়ৰাম। পাওঁ দেউতা। এইটো গজপুৰীয়া হাজৰিকা। সিদিনাৰ যুদ্ধত হাজৰিকাই বৰ বিক্ৰম দেখুৱালে দেউতা।

গজপুৰীয়া। ডেকাফুকন বোপা দেউতাই মোৰ কথা সকলো জানে।

প্ৰিয়ৰামে ইঙ্গিতেৰে গজপুৰীয়াক মনে মনে থাকিবলৈ কয়।)

গজপুৰীয়ানী। (কোটোৱালক) পোক-লগাইত! শুন শুন!

বৰফুকন। সেইজনী ইয়াৰে ঘৈণীয়েক নে?

প্ৰিয়ৰাম। হয় দেউতা। দেউতাক জনাওঁ মই এই গজপুৰীয়াকে এহেজাৰ কাঁৰীৰ ওপৰত হাজৰিকা পাতি লৈ আহিছিলোঁ।

গজপুৰীয়ানী। (কোটোৱালক) হতচিৰীকোৱাইত! মই কাৰ ঘৈণীয়েক শুনিলি এতিয়া?

গজপুৰীয়া। (ঘৈণীয়েকক) তই মনে মনে থাক।

গজপুৰীয়ানী। (কোটোৱালক) শুনিলি, গৰিকাখোৱাইত! বোলোঁ শুনিলি এতিয়া? তইঁতে কাৰ ঘৈণীয়েকক চোৰ বুলি ধৰি আনিছিলি অ?

বৰফুকন। (হাঁহি) মই সকলো বুজিলোঁ। কোটোৱাল, এইক তাইৰ ঘৰত থৈ আহগৈ। তাইক তইঁতে আৰু দিগদাৰি নকৰিবিহঁত। যা।

[ কোটোৱাল আৰু গজপুৰীয়ানীৰ প্ৰস্থান।

হেৰ গজপুৰীয়া হাজৰিকা, তই নো কেনেকৈ ফিৰুজখাঁক বন্দী কৰিলি বুলিলি ? মোৰ ৰৰবোপা-প্ৰিয়ৰামে হে কৰিছিল ?

গজপুৰীয়া। দেউতা ঈশ্বৰ, ময়েই প্ৰথমতে ফিৰুজক বন্দী কৰাটো সঁচা। কিন্তু সি বৰ টেঙৰ বঙাল, দেউতা। মোৰ হাতৰপৰা কেনেকৈ পুলকি গল কব নোৱাৰোঁ, কিন্তু গল। ডেকাফুকন ডাঙৰীয়াৰ হাতত বন্দী হোৱাটোও সঁচা। এতেকে দেউতা ঈশ্বৰ, তাক বন্দী কৰাৰ মান্যৰ ভাগ এই দুখীয়ায়ো পাব পাৰে। এই বঙালবোৰ বৰ টেঁথৰ দেউতা ঈশ্বৰ। দুখীয়া মানুহৰ হাতত বন্দী হোৱাতকৈ ৰৰলোকৰ হাতত বন্দী হোৱাটো বৰ মানৰ কথা বুলি সিহঁতে বৰ জানে দেউতা ঈশ্বৰ। নতুবা মই দুখীয়াৰ হাতত বন্দী হৈও, ফিৰুজে পুলকি গৈ আকৌ বৰ লোকৰ হাতত বন্দী হলগৈ কিয় মোৰ দেউতা ঈশ্বৰ।

ৰৰফুকন। ( হাঁহি ) বুজিলোঁ এতিয়া। তই বৰ টেঙৰ বুঢ়া।

গজপুৰীয়া। হয় দেউতা ঈশ্বৰ, মোৰ বুঢ়া বুলি অখ্যাতি এটা আজিকালি ওলাইছে ; মোৰ ঘৰৰ বৈণীজনীয়েও মোক বুঢ়া বুলি পেলনীয়া কাৰবলৈ ধৰিছে। দেউতাইও এতিয়া মোক বুঢ়া বুলিলে। মই কিন্তু বুঢ়া হোৱা নাই দেউতা ঈশ্বৰ। আৰু দেউতা ঈশ্বৰ, মোৰ নিচিনা হোজা মানুহ এটা এই অঞ্চলতে নাই। নহলে মোক বঙালে ধৰি আঠুত, পিঠিত, হাতত, ভৰিত, যতে পায় তাতে তৰোৱালৰ আগেৰে খুচিবলৈ নেপালেহেঁতেন। মোৰ ওলতীয়া চিপাদাৰ, হাৱলদাৰ টকক টোকোবাহঁতে বঙালৰ

গোন্ধ পায়েই পলাই ফাট মাৰিলে দেউতা। মই চিধা মানুহ দেখি যুজ কৰি মৰিমুজি "ঘাইল" হলোঁ।

( বৰফুকনে গজপুৰীয়াৰ কথা শুনি মিচিক্ মিচিক্ কৰি হাঁহে )

প্ৰিয়ৰাম। হৈছে, আৰু তোৰ বক্তৃতা নালাগে। যা এতিয়া। বাৰু আকৌ এইবাৰ যুজত তই কি কৰ দেখা যাব।

গজপুৰীয়া। পাটচাৰ ৰামসিংহ সেনাপতি আহিছে বুলি শুনিছোঁ, ৰামচিং মোৰ ভাগত পৰিল, ডেকাফুকন বোপা ডাঙ-ৰীয়া! আপোনাসকলে ৰামচিংক শুচুৰই, মই আগেয়েঁ কৈ থলোঁ। (বৰফুকনক- হাত জুৰি দেউতা ঈশ্বৰ! এইবাৰ ৰামচিং সেনাপতিক বন্দীয়ে ধৰি হাতে ভৰিয়ে লোৰ শিকলিৰে বান্ধি দেউতাৰ চৰণত পেলাই দি বকচি লমেই লম।

বৰফুকন। ( হাঁহি বাৰু লবি যা।

[ গজপুৰীয়াৰ প্ৰস্থান।

ৰাৰ-কাপোৰ।

---

# চতুৰ্থ অঙ্ক।

## প্ৰথম দৰ্শন।

স্থান—গৰগাওঁ। ৰজাৰ ৰৰচৰা।

কাল—আবেলি।

( চক্ৰধ্বজসিংহ আৰু সভাসদসকল। বিক্ৰম কাকতীয়ে
নাচিত ৰৰফুকনৰপৰা অহা চিঠি এখন
পঢ়ি ৰজাক শুনায়। )

"শ্ৰীশ্ৰীৰাম।

শ্ৰীশ্ৰীশ্ৰীশ্ৰীশ্ৰীশ্ৰীশ্ৰীমহাৰাজাধিৰাজচক্ৰধ্বজসিংহস্বধৰ্ম্মপ্ৰতিপালক গুণৈকসিন্ধুযশোৰাশিবিমণ্ডিত, শত্ৰুক্ষয়কাৰী, প্ৰবলপ্ৰতাপপৰিদীপ্তোজ্জ্বলতেজস্বৰ্গদেৱমহামহোগ্ৰপ্ৰতাপেষু

পৰং সমাচাৰ এহি। ইতি পূৰ্ব্বে দূত মুখে স্বৰ্গদেৱৰ আজ্ঞা শুনি আৰু পত্ৰ পাঠ কৰি, পাটচাৰ সেনাপতি ৰামসিংহৰে সৈতে কৰিবৰ নিমিত্তে যুদ্ধৰ সকলো আয়োজন সমাপন কৰা হৈছে। স্বৰ্গদেৱৰ আজ্ঞামতে ৰামসিংহৰ ওচৰলৈ কটকী পঠিয়াই তেওঁৰ আগমনৰ উদ্দেশ্য কি শুধি পঠোৱা হৈছে। গুৱাহাটীৰ কেইওফালে যি গৰ আছিল, তাক ভালকৈ মেৰামত কৰি দৃঢ় কৰা

হৈছে। গৰব ঠায়ে ঠায়ে সেনাপতিবিলাকৰ কোঠ বহুওৱা হৈছে। ব্ৰহ্মপুত্ৰৰ দক্ষিণ পাৰে,--অমৰাজুৰিৰপৰা পাণ্ডুলৈকে শুইফেলা বৰগোহাঁই ফুকনক, খহোৱা বুকজৰপৰা কামাখ্যাৰ পশ্চিম ঘট্-খটিলৈকে বাইদভীয়া ৰাজখোৱাক, দুৱাৰ-গৰিলাত দোলাকাষৰীয়া নকৰা লাটুমক, পাৰঘোপাৰপৰা ধেনুখীবোৱালৈকে বাকফিয়াল ৰবাগোহাঁইক, গোটা আলিৰপৰা অসুৰৰ আলিৰ মূৰলৈকে নেওগ হাজৰিকাক, অসুৰৰ আলিত কমলাবৰীয়া গোহাঁই ফুকনক, অসুৰৰ আলিৰ দক্ষিণ পৰ্ব্বতত মৰঙ্গিখোৱা বৰচেটিয়াক, উমাহৰণ পৰ্ব্বতত শান্তিচন্দন গোহাঁইক, ওভোতাশিমুলৰ বাটত শলগুৰীয়া ৰাজখোৱা চক্ৰপাণীক থৈ, লগত বাঁতিমতে সৈন্যসামন্ত দি, প্ৰতি বাৰ বেঙৰে একোটা বৰহিলৈ বা বৰতোপ পতা হৈছে। ব্ৰহ্মপুত্ৰৰ উত্তৰ পাৰে,—স্থুৰিয়াৰপৰা শৰাইঘাটলৈকে বৰ অভয়পুৰীয়া ৰাজখোৱা পেন গোহাঁইক, শৰাইঘাটত মাজু অভয়পুৰীয়া ৰাজখোৱা, লঠিয়া-পৰ্ব্বতত বাঁহগৰীয়া বুঢ়াগোহাঁইক, লঠিয়াৰপৰা চিলা পৰ্ব্বতলৈকে মিৰি সন্দিকৈ ফুকন আৰু নেওগ হাজৰিকাক, সেন্দুৰীঘোপাৰ পৰা থৰাখৰীয়া আলিলৈকে দিহিঙ্গীয়া ৰাজখোৱাক, ৰংমহলত পেলন চাৰিঙ্গীয়া ফুকনক, ৰংমহলপৰা কানাই বৰশীবোৱা শিল-লৈকে ধলাগোহাঁই গজপুৰীয়া ৰাজখোৱাক, চাহবুৰুজত ৰূপ সন্দিকৈক, কুকৰাত বৰপাত্ৰগোহাঁই আৰু বাইদভীয়া ৰাজখোৱাক থৈ, নিয়মমতে সৈন্যসামন্ত দি, কোঠ পাতি বাৰ বেঙৰে বাৰ বেঙৰে একোটা বৰহিলৈ বহুৱা হৈছে। কামান, চোঁৰা, হুৰুৰ, শইঁয়া-

জুবুৰ, কেচাই, পহলঙ্গি, পাথৰ-কলাই যত যি লাগে, দি সৈন্য-বিলাকক সাজু কৰি থোৱা হৈছে। ব্ৰহ্মপুত্ৰৰ পানীত,- উত্তৰ পাৰে দিহিঙ্গীয়া ৰাজখোৱাক আৰু বুঢ়াগোহাঁই ফুকনক, দক্ষিণ পাৰে শলগুৰীয়া ৰাজখোৱা, টংচু ৰাজখোৱা আৰু কলঙ্কু নেওগক ৰখা হৈছে। সৰ্গদেৱৰ বন্দী সপুত্ৰে ইটাখুলিৰ নামনিত আছোঁ।

এতিয়া ঈশ্বৰৰ ইচ্ছাৰ ওপৰত ফলাফলৰ ভাৰ।

স্বৰ্গদেৱৰ বিশ্বাসী ভৃত্য
শ্ৰীলাচিত বৰফুকন।"

চক্ৰধ্বজ। নিশ্চয় ঈশ্বৰৰ ওপৰত এতিয়া সকলো নিৰ্ভৰ।

( দুৱৰীৰ প্ৰবেশ )

দুৱৰী। ( আঠুলৈ ) সৰ্গদেও ঈশ্বৰ, দুটা টেকেলাই এটা মানুহক ধৰি লৈ আহিছে। সিহঁতে তাক সৰ্গদেৱৰ আগলৈ আনিব খোজে।

চক্ৰধ্বজ। আনক।

[ দুৱৰীৰ প্ৰস্থান।

দুটা টেকেলা আৰু এটা ডেকা'লৰাৰ প্ৰবেশ। টেকেলা দুটাই তাক ধৰি আনে।

কি হল? ইয়াক ধৰি আনিছা কিয়?

টেকেলা। ( আঠু লৈ ) সৰ্গদেও ঈশ্বৰ, ই কাঁবীৰ লেখৰপৰা বাহিৰত থাকিবৰ বুধি কৰি চৈধ্য বছৰীয়া বুলি কৈছিল। ইয়াৰ এনে চুৰ্ষ্টালি বুধি সৰ্গদেও, ই চুৰিয়াকে নিপিন্ধিছিল; এতিয়াহে আমি ইয়াক চুৰিয়া পিন্ধাই ইয়ালৈ আনিছোঁ। সেইদেখি ইয়াক ধৰি অনা হৈছে সৰ্গদেও ঈশ্বৰ! এনেকৈ ফাকি দি থকা আমি আৰু গোটাচেৰেক পাইছোঁ। ছুটা-চাইটাক ধৰি আনি শাস্তি নিদিলে নহয় বুলি কলীইতে ভাবিছোঁ, সৰ্গদেও।

চক্ৰধ্বজ। ( ডেকালৰাটোক ) হেৰ তোৰ বয়স কিমান?

ডেকালৰা। (আঠুকাঢি, কান্দি কান্দি ) চৈধ্য বছৰ, সৰ্গদেও ঈশ্বৰ!

চক্ৰধ্বজ। ( মিচিকিয়াই হাঁহি ) অৱশ্যে তাতে ১৭ বছৰ যোগ দি চৈধ্য বছৰ। ( টেকেলাক ) ইয়াক চমতাৰে ৪ কোৰ মাৰি কাঁবীৰ লেখত সুমাই দে। আৰু যাক যাক পাইছা পাৰি ধৰি লৈ আহিবি।

টেকেলা। যি আদেশ সৰ্গদেও ঈশ্বৰ।

চক্ৰধ্বজ। আজিলৈ সভা ভঙ্গ কৰা গল।

[ প্ৰস্থান।

---

## দ্বিতীয় দৰ্শন।

### স্থান —গুৱাহাটীৰ নাৰ্মনি—ৰামসিংহৰ কোঠ।

### কাল—পুৱা।

( ৰামসিংহ, নচৰংখাঁ, ৰাইবানদেও, ৰচিভৰ্গা, আৰু বৰফুকনৰ কটকী )

ৰামসিংহ। দূত, তোমাৰ মালিক লাচিত বৰফুকনে মোলৈ শুধি পঠিয়াছে যে মোৰ আসাম দেশলৈ এইদৰে অহাৰ উদ্দেশ্য কি ? তুমি কবা গৈ যে উদ্দেশ্য আছে, নহলে কিয় অহা হব। তুমি তেওঁক কবা গৈ যে, পূৰ্ব্বে আলিয়াৰখাঁ আৰু মোমাই তামুলী বৰবৰুৱাৰ ভিতৰত যি সন্ধি হৈছিল, সেই সন্ধিত, অসুৰৰ আলি আৰু বৰনদীকে অসম ৰাজ্য আৰু মছলমান ৰাজ্যৰ সীমা কৰা হৈছিল। সেই সন্ধিমতে গুৱাহাটী আমাৰ বাদশ্বাৰ ৰাজ্যৰ ভিতৰ। এতেকে গুৱাহাটী তেওঁলোকে আমাক এৰি দিয়ক। নহলে, "দুই-দৰীমান যুজিও চাব পাৰে। "আৰু তালৈকো যদি তেওঁলোকৰ তীৰ ধনুক নাই, তেওঁ আমাক খুজিলেও আমি দিব পাৰোঁ।"—কি বোলা নচৰংখাঁ ?

নচৰংখাঁ। ( মুৰ দুপিয়াই ) জোনাব !

ৰামসিংহ। দূত, আৰু কবা, তেওঁলোক হিন্দুস্থানৰ চুক এটাৰ পাটত লোমাই আছে। সেইদেখি দিল্লীৰ বাদস্বাৰ প্ৰতাপৰ খবৰ তেওঁলোকে একো নাৰাখে। তেওঁলোকক পাটৰ ভিতৰৰ-

পৰা টানি বাহিৰলৈ উলিয়াই অলপ পোহৰ দেখুৱাবৰ নিমিত্তে ৰাম-ভাই মোক পঠিয়াই দিছে। ( বাইবামদেৱে হাঁহে )

নচৰুৎখাঁ। ( খুব খুপিয়াই ) জোনাব!

কটকী। ( চেলাম কৰি অসমীয়াতে কয় ) বোলোঁ এতিয়া গেলা গপ্ মাৰি থাকাইক, পিছত কাচুটি এৰি পলাব লগীয়া নহ-লেই ভাল।

বইবামদেও। কি কৈছা, আমি বুজিব পৰা ভাষাত নোকোৱা কেলৈ? ভয় নকৰিবা।

কটকী। ( আকৌ অসমীয়াতে ) কৈছোঁ বোলোঁ। তোমা-লোকৰ কাচুটিত পোন্ধ নেথাকেই; সেইদেখি লৰৰ বেগত এৰি পলাবলৈকো সুবিধা হব।

ৰামসিংহ। দূত, তুমি কি কৈছা, আমি বুজাকৈ কোৱা। আমাৰ আগত একো ভয় কৰিবৰ আৱশ্যক নাই।

নচৰুৎখাঁ। ( খুব খুপিয়াই ) জোনাব!

কটকী। হজুৰ, মোৰ হিন্দিভাষাত বৰ দখল নাই, সেইদেখিহে মুখত আমাৰ দেশৰ মাত ওলাই পৰে; ভয় কৰি নহয়। মই হজুৰক চেলাম জনাই বিদায় যে মাগিছিলোঁ।

ৰামসিংহ। আচ্ছা যাব পাৰা।

[ কটকীৰ প্ৰস্থান।

ৰহিতখাঁ। ( ৰামসিংহ ) "জোনাব, আসাম মলুককা আদমি বৰা চালাক।"

নচৰৎখাঁ। (মুৰ তুপিয়াই) জোনাব

ৰামসিংহ। এইবাৰ মজাটো পাব নহয়। চইতানগিৰি উলিয়াই দিম। আগত বাৰিথা, সেইদেখি এতিয়াই আমাৰ শীঘ্ৰে যুজ আৰম্ভ কৰি বাৰিথাৰ আগতে শেষ কৰিব লাগিব।

নচৰৎখাঁ। জোনাব।



## তৃতীয় দৰ্শন।

স্থান—গৰগাওঁ। লাচিত বৰফুকনৰ ঘৰ।

কাল—আবেলি।

( চেনেহী তাঁতৰ পাটত। ৰূপহী কাষতে থিয়। )

চেনেহী। চাচোন ৰূপহী, তই এইবোৰ ছিঙি ভাঙি কি কৰিলি! সূতা জোৰাওঁতে জোৰাওঁতে এতিয়া মই হাঁইবাণ হব লাগিব।

ৰূপহী। কোনে কলে মই ছিঙিলোঁ-ভাঙিলোঁ বুলি?

চেনেহী। তেন্তে কোনে ছিঙিলে?

ৰূপহী। কেনেকৈ কম কোনে ছিঙিলে? তুমিয়েই ছিঙিলা হবলা।

চেনেহী। তই আজিৰপৰা মোৰ তাঁতশালৰ কাষলৈ আহিলে দেখিবি মজা।

ৰূপহী। দেখিম তো মজা, শদিয়াখোৱা আহিলে।

( চেনেহীয়ে ৰূপহীক মাৰিবলৈ উঠে, ৰূপহী লৰি পলাই দূৰ পায় গৈ )

চেনেহী। বাক যা, তোক পাম, মোৰ হাতৰপৰা ক'ত সাৰিবি আজি?

( ৰূপহীয়ে দূৰৰপৰা বোজোনা মাতে )—

"ধান খায় সিপাৰে।
আটিমুটি কৰে ইঁপাৰে॥"

( চেনেহীয়ে আকৌ তাঁতত বহি কাপোৰত গুণাৰ ফুল বাছে, ৰূপহীয়ে ভিতৰৰপৰা ভাটৌ এটা ডালটোৰে সৈতে লৈ আহি পঢ়ায় )

"পঢ় বাবাজী আত্মাৰাম পঢ়—
বছৰেকেত বেঙু, ছমাহত ঘেঙু।
এইজনী শিপিনী কাৰ বুকত দিঙু॥"

চেনেহী। (মাকক মাতে) আইতা, চোৱাঁহিচোন, ৰূপহীৰ দিগ্দাৰিত মই থাকিব নোৱৰা হৈছোঁ!

[ ৰূপহীয়ে ভাটৌটো লৈ লৰ মাৰে। চেনেহীয়ে আকৌ কাপোৰত ফুল বাছে। ৰূপহীয়ে হাতত মেকুৰীপোৱালি এটা লৈ আহি মেকুৰীটোলৈ চাই দূৰৰপৰা গায় ]—

মেঙু! নহয় নে বাক?—
"দুডাল সূতা এডালকৈ।
লহ্ লহ্ কৰে নিয়ে বৈ॥
বৰ বাই কেনেকুৱা কাজী।
বেৰৰ জোলোঙাই চাই পঠিয়ালোঁ,
ধৰিব নেজানে পাঁজী॥"

চেনেহী। ( খংকৰি তাঁতৰপৰা উঠি ) আইতা, মই ৰূপহীৰ তাপত তাঁত-সূত একো বব নোৱাৰোঁ। থাকিল এইবোৰ ইয়াতে পৰি!

( ফুকননীৰ প্ৰবেশ )

ফুকননী। হেৰ ৰূপহী, তই ইমান দুষ্টালি কৰিবলৈ ধৰিছ কিয়? নিজে তো তাঁত-সূত একো নবৱ, একো নকৰ, আৰু বাইদেৱেৰকো আমনি কৰি বব নিদিয়?

ৰূপহী। মই কি কৰিছোঁ? তেওঁৰ ওচৰলৈকে মই দেখোন যোৱা নাই। মই মেকুৰীপোৱালিটোৰে সৈতে হে কথা পাতিছোঁ। ( মেকুৰীলৈ চাই ) নহয় নে বোলোঁ মেও! --

"মাকতকৈ জীয়েক কাজী।
ঢেকীঠোৰাৰে খাটে পাঁজী।
ঘৰপুৰিলে কৰাই ভাজি॥"

চেনেহী। দেখিছা আই, দেখিছা?

( মাকে ৰূপহীক মাৰিবলৈ খেদি যায়। ৰূপহী লৰি পলায়। )

( শদিয়াখোৱাৰ প্ৰবেশ )

শ, খো, গো,। কি হল? সেই বনবীয়া ছোৱালীজনীয়ে দুষ্টালি কৰিছে হবলা?

